# বাসনাৰ ফুল

সুৰেন্দ্ৰকুমাৰ শৰ্মা

ৰচনা কাল : ১৯৬৮ চন

বিস্ময় প্ৰকাশন ।। হেদায়েৎপুৰ ।। গুৱাহাটী-৭৮১০০৩

তৰ্পণ—

ডাক্তৰ ক্ষেত্ৰমোহন দাসদেৱৰ
পবিত্ৰ সোঁৱৰণত ।

# পুনকচোন

বিস্ময়ত প্ৰকাশৰ বাবে দিয়াৰ সময়ত 'বাসনাৰ ফুল' আচলতে উপন্যাস নাছিল, এক সুদীৰ্ঘ গল্পহে আছিল। বিস্ময়াৰ প্ৰথম বছৰ, প্ৰথম সংখ্যাত (জানুৱাৰি ১৯৬৮ চন) সম্পাদক শশী ফুকন আৰু তেতিয়াৰ উপদেষ্টা নিত্যানন্দ ত্ৰামূলীয়ে গল্পটি সম্পূৰ্ণ উপন্যাসৰ ৰূপ দিয়াৰ পৰামৰ্শ দিছিল। সেইমতে ধাৰাবাহিকভাবে ছটা সংখ্যাত (বিস্ময় তেতিয়া দুমহীয়া আছিল) মই লিখি শেষ কৰিছিলোঁ। দুবছৰমান মোৰ লগত পাণ্ডুলিপিটো পৰি থকাৰ পাচত নতুন প্ৰকাশক এজনে নি তিনিবছৰ ৰাখি ওলোটাই দিছিল। আন এগৰাকী প্ৰথিতযশা প্ৰকাশকে 'বাসনাৰ ফুল' প্ৰকাশ কৰিবলৈ নি দুবছৰৰ পাছত কাহিনীটো এনে নহৈ তেনে হোৱা উচিত ইত্যাদি উপদেশ দি (এইগৰাকী ব্যক্তিয়ে আন গ্ৰন্থকাৰকো তেনেদৰে উপদেশ দিয়ে বুলি জানিবপৰা গৈছে। সেইকথা তেওঁ নিজেই গৌৰবেৰে মোক কয়) তেনেদৰে লিখিবলৈ কৈছিল। মই মান্তি নোহোৱাত যেনিবা তাৰো এবছৰ পাছত পাণ্ডুলিপিটো দয়া কৰি মোক ওলোটাই দিছিল। এতিয়া সুদীৰ্ঘ তেৰ বছৰৰ পাছত বিস্ময় প্ৰকাশনে কিতাপ আকাৰে বাসনাৰ ফুল প্ৰকাশ কৰি নিশ্চয় ধন্যবাদাৰ্হ হৈছে।

বাসনাৰ ফুল পঢ়াৰ আগেয়ে পাঠক-পাঠিকাসকলক এটা কথা সোঁৱৰাই দিব খোজোঁ, উপন্যাসখন লিখাৰ সময়ত বাংলাদেশৰ জন্মই হোৱা নাছিল।

বিভিন্ন প্ৰকাৰে সহায় কৰা বাবে বন্ধুবৰ অমল দাস, অৰুণ শৰ্মা, মানিক বড়া, বীৰেন্দ্ৰকুমাৰ লহকৰ আৰু মোহিনী বৰুৱা তথা প্ৰচ্ছদপট অঁকা বাবে বেণু মিশ্ৰৰ শলাগ লওঁ।

গুৱাহাটী
১।৩।৮২

সুৰেন্দ্ৰকুমাৰ শৰ্মা

# এক

বাহিৰত ডবাপিটা বৰষুণ। মাজে মাজে ঢেৰেকনি মাৰিছে। ঢেৰেকনিৰ কাণ তাল মাৰি যোৱা শব্দত মই জিকাৰ মাৰি মাৰি উঠিছো। মোৰ এনে লাগিছে, যেন আকাশখনে কিহবাৰ বেদনাত গুজৰি গুমৰি উঠিছে। কোনোবা প্ৰিয়জনৰ সদ্য বিয়োগৰ ব্যথাত যেন আকাশখন বাউলী হৈ পৰিছে। খিৰিকীৰ আয়নাৰ মাজেদি দেখা বিজুলীৰ একা-বেঁকা ৰেখাবোৰে মোক ভীত, সন্ত্ৰস্ত কৰি তুলিছে। চকু চাট্ মাৰি যোৱা বিজুলীৰ চিকমিকনিত মই ক্ষণে ক্ষণে চমকি উঠিছো। ঘৰৰ টিনৰ চালত বৰষুণৰ ডাঙৰ ডাঙৰ টোপাল সশব্দে পৰি এক অদ্ভূত পৰিবেশৰ সৃষ্টি কৰিছে। সেয়ে 'ৰোমিঅ'-জুলিয়েট'ৰ শেষ দৃশ্যটো পঢ়িবলৈ আৰম্ভ কৰিও জুলিয়েটে কোৱা এষাৰ কথাত বাৰে বাৰে মই থমকি ৰৈছোঁ। বিষ পান কৰি কেইমুহূৰ্তমান আগেয়ে মৃত্যুমুখত পৰা ৰোমিঅ'ৰ ওঁঠ দুপাহত গভীৰ আবেগেৰে আলফুলকৈ চুম্বন আঁকি দি জুলিয়েটে কৈছে - "দাই লিপ্ছ আৰ ৱাৰ্ম।" আৰু মই এই শাৰী বাক্যতেই বাৰে বাৰে উজুটি খাইছোঁ। মই আগবাঢ়িব খুজিও অকণো আগবাঢ়িব পৰা নাই। মোৰ এনে লাগিছে, মই যেন অন্ধ হৈ গৈছোঁ। মই যেন সেই শাৰীটোৰ বাহিৰে আৰু আন একোৱেই দেখা নাই। মই মোৰ মনটোক সংযত কৰিব পৰা নাই অকণোকে। মোৰ মনৰ ভিতৰত কিবা এটাই মোচৰ মাৰি উঠা যেন লাগিছে। মোৰ বুকুখনৰ কোনোবা এখিনি যেন হঠাতে বিষাই উঠিছে। সেয়ে মই কিতাপ-খনৰপৰা মূৰ তুলি বাহিৰলৈ খিৰিকীয়েদি চাই পঠিয়াইছোঁ আৰু বিজুলীৰ নাচোনৰ চেৰে চেৰে অনুভৱ কৰিছোঁ "দাই লিপ্ছ আৰ্ ৱাৰ্ম"। হয়তো সেয়েই সঁচা! আৰু হয়তো সেয়া সম্পূৰ্ণই মিছা!

টক্! টক্!! টক্!!!

মোৰ বোধকৰোঁ হিচাপৰ কোনোবাখিনিত ভুল হৈ গ'ল। নহ'লে আজি এই পৰিৱেশে মোৰ মন কিয় উন্মনা হৈ পৰিব? মোৰ বুকুখনেই বা হঠাতে এনেদৰে বিষাই উঠিব কিয়? কিন্তু কিহত মোৰ ভুল হৈ গ'ল, তাক মই ভাবি পোৱা নাই। তাহানি বিজ্ঞান পঢ়াৰ আগেয়ে মই এবছৰ কলা বিভাগৰ ছাত্ৰ আছিলোঁ। সেই বছৰ আনবোৰ বিষয়ৰ উপৰিও মই 'লজিক' পঢ়িছিলোঁ। 'লজিকৰ 'চিলজিজম' পঢ়োঁতে পাইছিলো। 'ফেলাছি অৱ থ্ৰি টাৰ্মছ'। কোনোবা কোনো এটি অনুসিদ্ধান্ত উলিয়াওঁতে 'ইল্লিছিট মেজৰ' বা ইল্লিছিট মাইনৰ' অথবা ইল্লিছিট মিডল্' টাৰ্মৰ সহায়ো ল'ব লগা হয়। লজিকৰ ছাত্ৰ হিচাপে 'ফেলাছি অৱ থ্ৰি টাৰ্মছ'ৰ আনুমানিক অনুসিদ্ধান্তক মই সদায়েই শুদ্ধ বুলি ভাবিছিলোঁ; কিন্তু এতিয়া ভাবিছোঁ, মোৰ তেনে অনুমান হয়তো ভুল! অন্ততঃ এই মুহূৰ্তত মই তেনে বুলিয়েই ভাবিবলৈ বাধ্য হৈছো। 'ফেলাছিয়াছ টাৰ্ম'বিলাকে মোৰ মনত খেলিমেলি লগাই দিছে, মোৰ চিন্তাধাৰাক বিপৰ্যস্ত কৰি পেলাইছে।

টক্! টক্!! টক্!!!

দুৱাৰত কোনোবাই টুকুৰিয়াইছে।

দুৱাৰখন খুলি দিয়াৰ লগে লগে এজাক সেমেকা বতাহে মোক কোবাই দিলে।

ঃ হেল্লো, জ্যোতি!

পুলিচ ইন্সপেক্টৰ মিষ্টাৰ ৰাজীৱ চৌধুৰীয়ে সোঁহাতখন আগবঢ়াই দিলে মোলৈ। ময়ো সোঁহাতখন প্ৰসাৰিত কৰি তাৰ সতে

কৰমৰ্দন কৰি অনুচ্চ কণ্ঠেৰে ক'লোঁ - ভেম্ৰো ! আহ ভিতৰলৈকে ।

মই তাক ভিতৰলৈ লৈ আহিলোঁ। মই নিজেই আচৰিত হৈ গ'লোঁ। কিদৰে এক মুহূৰ্তৰ ভিতৰতে মোৰ চিন্তাধাৰা অইন এটি বাটেৰে পৰিচালিত কৰিব পাৰিলোঁ, এই কথা ভাবি।

ঃ পিছে এই নিশা হঠাতে গৰীবৰ কুটিৰত পদধূলি দিয়াৰ উদ্দেশ্য ?

মই তালৈ ছিগাৰেটৰ পেকেটটো আগবঢ়ালোঁ।

ঃ উদ্দেশ্য ? উদ্দেশ্য মহান ! হাঃ হাঃ হাঃ।

সি তাৰ স্বভাৱজাত হাঁহি মাৰিলে। তাৰ অট্টহাস্যত মোৰ ঘৰৰ চাল এই দুৰ্যোগৰ মাজতো উৰি যাব যেন লাগিল।

ঃ এই গাধ, শুন। —সি মোৰ পিঠিত চাপৰ এটা মাৰি ক'লে— তইতো জানই, মই এনেয়ে তোৰ ঘৰলৈ কেতিয়াও নাহোঁ। মোৰ স্বাৰ্থৰ বাবেহে আহিছোঁ। মানে সেই খুন-খাৰাপিৰ ঝামেলা, বুইছ। পিছে তই বেয়া নাপাবি ভাই, আফ্টাৰ অল, মেন ইজ এ ছেল্ফিছ এনিমেল।

সি আকৌ আগৰ নিচিনাকৈ হাঁহি উঠিল। ময়ো হাঁহিলোঁ তাৰ লগতে।

ঃ অ' পিছে তই সোনকালে ওলা। বাহিৰত মোৰ কাৰ বৈ আছে। তই পিছে একো নুসুধিবি এতিয়া। বাটত সকলোবোৰ ক'ম। সি ছিগাৰেটডালত অগ্নিসংযোগ কৰি ক'লে। মই জানো, সি মোক এই মুহূৰ্তত একো নকয় ; বাটত যাওঁতে সকলোবোৰ ক'ব। তাৰ এইটো স্বভাৱেই।

ঃ অলপ ৰ ! মই কাপোৰ পিন্ধি আহোঁ।

ৰাজীৱ মোৰ বন্ধু। আমি দুয়োটাই স্কুল-কলেজত একেলগে পঢ়িছিলোঁ তাহানি। সেই দিনবোৰ যে কেনে মধুৰ আছিল ! সি মহা উৎপতীয়া আছিল। অনাহকতে মৰামৰি কৰাৰ কু-কীৰ্তি তাৰ সমান বোধকৰোঁ আমাৰ লগৰ আৰু আন কাৰোৰেই নাছিল।

সি জ ক উঠিলে যিকোনো কামকেই কৰিছিল। ভাল-বেয়া বিচাৰ কৰাৰ ক্ষমতা তাৰ হয়তো সেইবোৰ দিনত নাছিল। আক থাকিলেও সি সেইবোৰৰ চাৰিসীমাৰ মাজেদি কম্মিনকালেও নগৈছিল। কিন্তু তাহানিৰ সেই উদণ্ড ডিষ্টাৰ্বিং এলিমেন্ট ৰাজীৱেই আজিৰ দায়িত্বশীল তীক্ষ্ণদৃষ্টিসম্পন্ন পুলিছ ইন্সপেক্টৰ হ'ল। মোৰ হাঁহিয়েই উঠিল কলেজীয়া ৰাজীৱক আজিৰ ইন্সপেক্টৰ ৰাজীৱৰ লগত তুলনা কৰি।

ঃ কি অ', তই দেখোন 'কেছেছ অৱ হোমিছাইড' পঢ়িবলৈ এৰি ৰোমিঅ' জুলিয়েট পঢ়িবলৈ ললি ?

মই দুই ৰুমলৈ সোমাই অহাৰ লগে লগে ৰাজীৱে 'দি কেছেছ অৱ হোমিছাইড' নামৰ কিতাপখনৰ পাত লুটিয়াই লুটিয়াই সুধিলে। তাৰ কথা শুনি মোৰ মনটো চিৰিং কৰি উঠিল। মই কিছুসময়ৰ পিছত সংযত হৈ শান্ত কণ্ঠেৰে উত্তৰ দিলোঁ - আজিৰ এই বৰ্ত্তমানৰ সঙ্ঘিযাত খুন খাপাপিৰ কথা পঢ়িবলৈকে কিবা ভাল নালাগিলচোন !

মোৰ উত্তৰ শুনি সি তাৰ নিজস্ব ভংগীত হাঁহি দিলে। হাঁহি থামিলত সি ক'লে তই দেখিছোঁ অকণো সলনি হোৱা নাই ; সেই তাহানিৰ কলেজীয়া কাব্যৰসিক জ্যোতিয়েই হৈ আছ।

ঃ ধেৎ, তযো যে আ৮ কব।

তাৰ কথা শুনি মোৰ লাজ লাগি গ'ল।

আমি যেতিয়া টিলাটোৰ ওপৰত থকা 'কজি ভিলা' নামৰ বৃহৎ কম্পাউণ্ডেৰে অসম-আ ইৰ ধুনীয়া টিঙৰ ঘৰটো পালোঁ, তেতিয়া নিশা এঘাৰ বাজিছে। বৰষুণো ইতিমধ্যে এৰিছে। আমাতকৈ এঘণ্টামান আগেয়ে তালৈ পুলিছৰ ভান এখনো গৈ পাইছে। আমি ৰাজীৱৰ গাড়ীখনৰপৰা নমাৰ লগে লগেই পহৰাৰত চিপাহীকেইটাই চালাম দিলে। ৰাজীৱে সিহঁতৰ প্ৰতি অকণো ভ্ৰূক্ষেপেই নকৰি

বাৰাণ্ডাত থিয় দি থকা ছাব্-ইন্সপেক্টৰজনক সুধিলে- লাচটো ক'ত আছে, বৰুৱা ?

ঃ মোৰ লগতে আহক ছাৰ!

বৰুৱাই ৰাজীৱক চালাম দি বাট দেখুৱাই লৈ গ'ল। আমি পোনতে ড্ৰইং ৰুম, তাৰ পিছত ডাইনিং ৰুম আৰু শেষত বে'ড্ ৰুম পালেঁগৈ।বৰুৱাই বে'ড্ ৰুমৰ দুৱাৰখন লাহেকৈ ঠেলি সোমাই গ'ল। তেওঁৰ পিছে পিছে মই আৰু ৰাজীৱ সোমালেঁা।

কোঠাটোৰ একাষত থকা একমাত্ৰ বহল পালেংখনত একুৰি দুবছৰ নে তিনিবছৰ বয়সৰ ধুনীয়া গাভৰু এজনীৰ মৃতদেহ এটি চিৎ হৈ পৰি আছে। কোঠাটোৰ একাষে এখন লাইফ্ চাইজৰ ড্ৰেছিং মিৰ'ৰ আছে। নীলাভ বাল্ব এটা নীলা শেঁতা পোহৰ বিকিৰণ কৰি জ্বলি আছে। পালেংখনৰ কাষত থকা সৰু তিনিকোণীয়া টিপয় এখনত কোনোবাই শামুকৰ ধূপদানী এটিত কেইডালমান ধূপ জ্বলাই দিছে। ধূপৰ ধোঁৱাই কোঠাটোৰ বায়ুমণ্ডলত এক মৃদুমধুৰ সৌৰভ বিয়পাই দিছে। পৰিবেশটো এক অবৰ্ণনীয় ৰূপকথাৰ পৰিবেশ যেন লগা হৈছে। মোৰ এনে লাগিছে, ৰূপকথাৰ ৰাজকন্যা যেন গভীৰ প্ৰশান্তিত শুই আছে। তেওঁ হয়তো এতিয়াই সাৰ পাই উঠিব আৰু মোক দেখি ক'ব তুমি আহিছা সোণ? ইমান পলম কৰিলা? মই যে তোমাৰ বাবেই ৰৈ আছোঁ!

আৰু মই তেওঁক আঁকোৱালি লৈ ক'ম- তুমি যে মোৰেই সোণজ—

...আৰে! সেয়া তেওঁৰ ওঁঠ দুপাহ দেখোন কঁপি উঠিছে! তেওঁৰ উন্নত বক্ষদেশ উশাহ-নিশাহৰ তালে তালে উঠা-নমা কৰিছে! তেওঁ সঁচাকৈয়ে আকৌ প্ৰাণ পাইছে নেকি? ছোৱালীজনী তেন্তে মৰা নাই!

ঃ এই জ্যোতি! তন্ময় হৈ কি ভাবিছ?

ৰাজীৱে মোক লাহেকৈ গাত ধৰি জোকাৰি দিয়াত মোৰ মন

তন্ময় জগতৰপৰা বাস্তবলৈ উভতি আহিল। ইতিমধ্যে ছাব্ ইন্স্‌-পেক্টৰ বৰুৱাই ছুইচ্‌টো অন্ কৰি টিউব লাইটটো জ্বলাই দিলে।

: ৰাজীৱ!

: হুঁ!

: তই কি বুলি ভাব কেছটো? -মই সুধিলোঁ। কিছুসময়ৰ পিছত।

: কোৱাইট এ কেছ অৱ্ হোমিছাইড। —সি মৃতদেহটো নিৰীক্ষণ কৰি ক'লে— পিচে তই কি বুলি ভাব?

: ইউ আৰ ৰাইট ৰাজীৱ।

: আচ্ছা জ্যোতি, তই মৃত্যুৰ কাৰণ কি বুলি ভাব?

: মোৰ অনুমান, শ্বাস-প্ৰশ্বাসত ব্যাঘাত ঘটাৰ বাবে মিছ শইকীয়াৰ মৃত্যু হৈছে। ইন্ ছৰ্ট তেওঁক নেলু চেপি হত্যা কৰা হৈছে। এয়া চা, ডিঙিৰ এই সিৰডাল উখহি আছে।

মই মনিকা শইকীয়াৰ ডিঙিৰ সোঁফালৰ সিৰডাললৈ আঙুলিয়াই দেখুৱালোঁ। সি কিছু সময় গভীৰ মনোযোগেৰে নিৰীক্ষণ কৰি গম্ভীৰ হৈ ক'লে হুম্। কিন্তু হত্যাৰ মোটিভ কি? কিহৰ বাবে এইজনী ছোৱালীক এনে নৃশংসভাৱে হত্যা কৰিবলগা হ'ল?

সি চিন্তিত হৈ আকৌ মৃতদেহটো নিৰীক্ষণ কৰিবলৈ ধৰিলে। হঠাতে সি এবাৰ সোঁবাউসিৰপৰা শাৰীৰ আঁচলটো গুচাই দিলে। মই চঁক খাই উঠিলোঁ। নগ্ন বাহুটো দেখি। এয়া কেনেকৈ সম্ভৱ হ'ব পাৰে? বৰ আচৰিত কথাতো! কোনে কৰিব পাৰে এনে কাম?

: জ্যোতি!

: হুঁ!

: বোধকৰোঁ এছিডেৰে পুৰি পেলাইছে বাহুৰ এইডোখৰ!

মনিকা শইকীয়াৰ বগা মসৃণ বাউসিৰ ক'লা পৰি যোৱা অংশটোলৈ আঙুলিয়াই সি ক'লে। —কিন্তু কিয় পুৰিলে এছিডেৰে শৰীৰৰ এই বিশেষ অংশটো? মুখ বা শৰীৰৰ বেলেগ অংশওতো পুৰিব পাৰিলেহেঁতেন।

কিন্তু মই ভালদৰে নিৰীক্ষণ কৰি দেখিলোঁ, ক্ষতচিহ্নৰ মাজতে এটা বিন্ধা আছে।

ঃ ৰাজীৱ! মোৰ বোধেৰে ইন্‌জেক্‌চন পুছ কৰি এছিড প্ৰৱেশ কৰাইছে! এয়া চা, এইটো নিড্‌লৰ বিন্ধা। মই বিন্ধাটোলৈ আঙুলিয়াই দিলোঁ।

ঃ হুম্‌! বৰ গোলমলীয়া হ'ল কথাটো!

ৰাজীৱে আকৌ মনোযোগ দি নিৰীক্ষণ কৰিবলৈ ধৰিলে মৃতদেহটো

কিছু সময় আমি নিশব্দে কোঠাটোৰ ভিতৰত সন্দেহজনক কিবা পাওঁনেকি বিচাৰিলোঁ।

ঃ হেই ৰাজীৱ, হোৱাটছ দেট্‌?

মই পালেংখনৰ তলত পৰি থকা বস্তু এটালৈ আঙুলিয়ালোঁ। ছাব্‌ ইন্স্‌পেক্টৰ বৰুৱাই ৰুমাল এখনেৰে বস্তুটো উলিয়ালে। দেখিলোঁ, এটি নতুন হাতীদাঁতৰ টবেক'-পাইপ। পাইপটো বোধকৰোঁ ব্যৱহাৰ কৰা হৈছিল, কাৰণ তাত লাগি থকা আধাপোৰা ধঁপাতেই প্ৰমাণ কৰে কথাষাৰ!

ঃ ছ' ষ্ট্ৰেঞ্জ! মিছ মনিকা শইকীয়াৰ পালেঙৰ তলত টবেক' পাইপ ওলাল কিদৰে? —ৰাজীৱে আচৰিত হৈ ক'লে— বাৰু বৰুৱা, কিবা বস্তু চুৰি হৈছে নেকি, মানে এই অৰ্নামেণ্টছ বা তেনে জাতীয় ভেলুৱেবল্‌ছ?

ঃ তেনেধৰণৰ একোৱেই চুৰি হোৱা নাই ছাৰ! মাথোঁ এটা বস্তুহে নোহোৱা হৈছে। —বৰুৱাই ক'লে।

ঃ এটা বস্তু? কি বস্তু? —ৰাজীৱে ব্যস্ত হৈ সুধিলে।

ঃ মানে আন একো নহয় ছাৰ, মিছ মনিকা শইকীয়াই হেনো ডায়েৰি লিখিছিল ৰেগুলাৰ্‌লি! সেই ডায়েৰিখনহে পোৱা নাই এতিয়ালৈকে। মিছ শইকীয়াৰ মেইড মালিনীৰ মতে, ডায়েৰিখন বুকছেল্‌ফতে থাকিব লাগিছিল; কিন্তু সেইখন পোৱা নাই ক'তো!

ঃ বৰ আচৰিত কথাতো!

বাজীৰে আলমাৰি আৰু ষ্টাডি টেবুলৰ মাজত থকা বুকছেলফ-টোৰ ওচৰলৈ গৈ ধুনীয়াকৈ সজাই থোৱা কিতাপবোৰ মনোযোগেৰে চাবলৈ ধৰিলে। হঠাতে এখন কিতাপৰ মাজৰপৰা এখন কাগজ সৰি পৰিল। বাজীৰে কাগজখন তুলি চাই মোক দিলে। মই পঢ়ি চাই দেখিলোঁ, সেইখন মিছ শইকীয়াৰ বাবে প্ৰেছক্ৰাইব কৰি দিয়া এখন প্ৰেছক্ৰিপ্‌চন। সেইখনৰ পিছফালে এক ফাইল স্লিপিং টেবলেট বিক্ৰি কৰা হৈছে বুলি লিখা আছে। লগতে ফাৰ্মাছিষ্টৰ চহীৰে সৈতে ফাৰ্মাছিৰ ছিল মৰা আছে।

ঃ-আচৰিত কথা নহয়নে জ্যোতি? কালি সোতৰ অক্টোবৰ তাৰিখে মিছ শইকীয়াই এক ফাইল স্লিপিং টেবলেট কিনিছে, অথচ বটলটো নাই। কথাটো চিন্তা কৰিবলগীয়া, বটলটো ক'লৈ যাব!

আমি কিছু সময় বটলটো বিচাৰিলোঁ। কিন্তু আলমাৰি বা ড্ৰেছিং টেবুলৰ ড্ৰয়াৰ ক'তোৱেই নাপালোঁ।

তাৰপিছত আমি মজিয়াখন ভালকৈ নিৰীক্ষণ কৰি দেখিলোঁ, এযোৰ ৰবৰৰ জোতাৰ সাঁচেৰে ৰঙা মাটিৰ চিন বহুকিটা আছে। জোতাযোৰ বোধকৰোঁ ন-নম্বৰৰ হ'ব। জোতাযোৰৰ চিন বাৰাণ্ডালৈকে আছে। হত্যাকাৰী বোধকৰোঁ বাৰাণ্ডাৰ চিৰি বগাই ড্ৰইং-ৰুম আৰু ডাইনিং-ৰুমৰ মাজেদি আহি বে'ড্‌-ৰুমত প্ৰবেশ কৰি অহা বাটে-ৰেই উভতি গৈছে।

ঃ ছাৰ!

এছ. আই. বৰুৱা উত্তেজিত হৈ বাৰাণ্ডালৈ বেগাবেগিকৈ ওলাই আহিল।

ঃ ইনজেক্‌চনৰ নিডল্‌ডাল পাইছোঁ ছাৰ! তেওঁ উত্তেজিত কণ্ঠেৰে কথাকিটা কৈ বাজীৱলৈ নিডল্‌ এডাল আগবঢ়াই দিলে।

ঃ ক'ত পালে বৰুৱা? - বাজীৱে সুধিলে।

ঃ ডে'ড্‌বডি থকা কোঠাৰ পূবফালৰ খিৰিকীৰ ওচৰৰ মজিয়াত।

আমি লগে লগে আকৌ বে'ড্ৰুমলৈকে গ'লোঁ। ৰাজীৱে পূবফালৰ খিৰিকীখন পৰীক্ষা কৰিবলৈ ধৰিলে। হঠাতে সি খিৰিকী পাৰ হৈ বাহিৰলৈ গুচি গ'ল।

ঃ এই জ্যোতি, বাহিৰলৈ আহচোন! — কিছু সময়ৰ পিছত সি মোক মাতিলে। তাৰ কণ্ঠস্বৰত উত্তেজনাৰ আভাস পালোঁ।

ঃ এয়া চা, আন এযোৰ জোতাৰ চিন।

মই খিৰিকী পাৰ হৈ তাৰ ওচৰ পোৱাত সি পাহাৰৰ বৰষুণ পৰি কোমল হৈ থকা ৰঙা মাটিত পৰি থকা জোতা পিন্ধা খোজৰ চিনকেইটামানত টৰ্চৰ পোহৰ পেলাই ক'লে - হত্যাকাৰী বোধকৰোঁ এই ফালেৰেই আহিছিল, জ্যোতি।

কাষৰ কিবিডাৰ জোপোহা কেইটামানৰ মাজেদি সুৰসুৰীয়া বাটৰ নিচিনা হোৱা ঠাইডোখৰত পোহৰ পেলাই সি ক'লে।

ঃ বোধকৰোঁ আহিছিল! — তাৰ কথাৰ উত্তৰ দি মই ভাবিবলৈ ধৰিলোঁ - কোন হ'ব পাৰে এই দ্বিতীয় ব্যক্তি, যি চোৰৰ নিচিনাকৈ জাৰ্মানি বনৰ জোপোহাৰ মাজেদি আহি খিৰিকী পাৰ হৈ মনিকাৰ কোঠাত সোমাইছিল।

ঃ ৰাজীৱ, সৌ জোপোহাটোলৈ আকৌ টৰ্চ মাৰচোন। তাত কিবা এটা জিলিকি উঠা যেন পালোঁচোন!

মই এটা জোপোহালৈ আঙুলিয়াই দেখুৱালোঁ। মোৰ নিৰ্দেশমতে সি টৰ্চৰ পোহৰ পেলাই আগুৱাই গ'ল।

ঃ জ্যোতি, এছিডৰ বটলটো! বকৰা, ভানখনৰপৰা 'প্লাছ'পাট আনকচোন!

বকৰা 'প্লাছ' আনিবলৈ গ'ল। ময়ো ভালকৈ চাই দেখিলোঁ, সক বটলটোত তেতিয়াও অকণমান এছিড আছে।

অবশেষত ৰাজীৱে জেৰা আৰম্ভ কৰিলে। প্ৰথমতে মালিনী নামৰ মধ্যবয়সীয়া বনকৰা তিৰোতাজনীক জেৰা কৰাত তাই ক'লে

যে মনিকা শইকীয়াৰ ঘৰত তাইক কাম দিছিল 'নেচনেল পাৰ্ফিউ-মাৰি মেন্যুফেক্চাৰিং' নামৰ ব্যাবসায়িক প্ৰতিষ্ঠানৰ মালিক বিনোদ-বিহাৰী বেনাৰ্জিয়ে।

ঃ মিছ শইকীয়াৰ ইয়াত কোনোবা সম্বন্ধীয়া লোক আছে নেকি? —ৰাজীৱে সুধিলে।

ঃ নাই কোনো। সকলোবোৰ, মানে দুজন ভায়েক আৰু মাক নাজিৰাতে আছে।

ঃ ভায়েক দুটাই কি কৰে?

ঃ ডাঙঁৰটো ভায়েকে কলেজত পঢ়ে আৰু সৰুটো নাইনত।

ঃ ইয়ালৈ তেওঁলোক কেতিয়াবা আহিছিল নেকি?

ঃ মাজে-সময়ে আহে।

ঃ বাৰু কোৱাচোন, মনিকাৰ স্বভাব-চৰিত্ৰ কেনে আছিল?

এইবাৰ মালিনীয়ে হাও-হাওকৈ কান্দি দিলে। আমি বৰ অস্বস্তি অনুভৱ কৰিলোঁ।

ঃ কি ক'ম ছাৰ! —অলপ ধৈৰ্য্য ধৰি তাই ক'লে— আইদেউ বৰ ভাল আছিল। মোক নিজৰ বায়েকৰ নিচিনা দেখিছিল। ময়ো তেওঁক মৰম কৰিছিলোঁ ভনীৰ নিচিনাকৈ।

ঃ এইখিনি কৈ তাই আৰু এসোঁতা কান্দিলে।

ঃ কিন্তু মই ক'ম ছাৰ, চন্দ্ৰত কলংক থাকিলেও আইদেউৰ চৰিত্ৰত অকণো কলংক সানিব নোৱাৰে।

ঃ তেওঁ স্লিপিং টেবলেট, মানে টোপনি অহা ঔষধ খাইছিলনেকি আগেয়ে? —ৰাজীৱে অকণো বিচলিত নহৈ সুধিলে।

ঃ ওহোঁ, মোৰ মনত নপৰে!

তাইৰ মুখলৈ চাই মই দেখিলোঁ, যদিও নিৰীহ যেন দেখি, তথাপি তাই যেন কিবা এটা লুকুৱাবলৈ বিচাৰিছে।

ঃ তেনেহলে স্লিপিং টেবলেটৰ প্ৰেছক্ৰিপ্চন ওলাল কিদৰে? —মই অলপ কঠ্ৰা স্বৰেৰে সুধিলোঁ। তাই অলপ সময় মোৰ

মুখলৈ চালে। তাৰ পিছত তলমূৰ কৰি অনুচ্চ কণ্ঠেৰে ক'লে, মইনো কেনেকৈ জানিম কেনেকৈ ওলাল সেইবোৰ!

ঃবাৰু সেই বিষয়ে পিছত গম ল'ম। এতিয়া কোবাচোন, আজি সন্ধিয়া কোন আহিছিল ইয়ালৈ? - ৰাজীৱে মাতটো অলপ কোমল কৰি সুধিলে।

ঃ আজি সন্ধিয়া এজন মানুহ আহিছিল।

ঃ কেনে লোক, মানে কি পিন্ধি আহিছিল? অলপ বৰ্ণনা দিয়াচোন।

ঃ পেণ্ট-চোলা পিন্ধি আহিছিল; তেওঁৰ গাত এটা পানী-কোট, ভৰিত বুটজোতা আৰু মূৰত টুপী আছিল। তেওঁৰ নাকৰ তলত এচটা শকত গোঁফ আৰু থুঁতৰি ঢাক খোৱা দাড়ি আছিল। টুপীটোৱে কপাল ঢাকি থৈছিল। অ' তেওঁ এযোৰ পাতল ৰঙৰ চছমাও পিন্ধিছিল।

ঃ নিশা পাতল ৰঙৰ চছমা কেলেই পিন্ধিছিল জানানে? - ৰাজীৱে সুধিলে।

ঃ আইদেউক এদিন সোধাত তেওঁ কৈছিল, মানুহজনৰ হেনো চকুৰ অসুখ আছিল। সেয়ে পোহৰ সহ্য কৰিব নোৱাৰে বাবে পাতল ৰঙৰ চছমা পিন্ধিছিল।

ঃ তেওঁ আগেয়েও আহিছিল নেকি ইয়ালৈ?

ঃ আগেয়ে মানে, এমাহমান আগেয়ে এদিন বৰষুণ দি থকা সময়ত তেওঁ আহিছিল। সেই একেই সাজপাৰ পিন্ধিছিল সিদিনাও।

ঃ তেওঁৰ নাম-ঠিকনা কিবা জানানে?

ঃ নাম মই নাজানো। আইদেৱেও কোৱা নাছিল কোনোদিনে। ক'ত থাকে তাকো নাজানো।

ঃ মানুহজন কিমান ওখ ক'ব পাৰিবানে? —ৰাজীৱে আকৌ সুধিলে।

ঃ ওহোঁ। বহি থকা অৱস্থাতহে তেওঁক দেখিছিলোঁ মই।

ঃ বাৰু, ইয়ালৈ আৰু কোন আহে ? —কিছু সময়ৰ পিচত ৰাজীৱে সুধিলে।

ঃ বিনোদবিহাৰী বাবু আহে সপ্তাহত দুদিনকৈ। তেওঁ সন্ধিয়া আহি নিশা বাৰমান বজাত যায়গৈ। —তাই কওঁ-নকওঁকৈ ক'লে কথাষাৰ।

ঃ হাউ ষ্ট্রেঞ্জ, জ্যোতি ? এজনী অবিবাহিতা গাভৰুৰ ওচৰলৈ মিঃ বেনাৰ্জি নিশা কিয় আহে ? —ৰাজীৱে মোক আচৰিত হৈ সুধিলে।

ঃ একো আচৰিত কথা নহয় ৰাজীৱ ! পৃথিৱীত এনেবোৰ ষ্ট্রেঞ্জ তথা ছেনছেচনেল ঘটনা চিৰদিন চলিয়েই আছে ! তই-মই কি কৰিব পাৰোঁ ক ?

মোৰ ওঁঠেৰে এটি হুমুনিয়াহ সৰি পৰিল। মই মনিকা শইকীয়াৰ মৃতদেহটোলৈকে চালোঁ। ছোৱালীজনীৰ বাবে মই আন্তৰিক বেদনা অনুভৱ কৰিলোঁ। তাইৰ মৃত্যুটো সঁচাকৈয়ে এক করুণ তথা মৰ্মন্তুদ মৃত্যু।

হঠাতে মোৰ মানসিক বিভ্ৰমৰ বাবে মৃতা মনিকাৰ ওঁঠ দুপাহ কঁপি উঠা যেন লাগিল। মোৰ এনে ভাব হ'ল, ছোৱালীজনীৰ বৰফৰ নিচিনা শীতল ওঁঠ দুপাহলৈ যেন উত্তাপ উভতি আহিছে।

ঃ 'দাই লিপ্ছ আৰ ৱাৰ্ম !' অনুচ্চ কণ্ঠৰ কথাকেইষাৰ মোৰ মুখেৰে মোৰ অজানিতে ওলাই আহিল !

ঃ সেয়া জ্যোতি, তই মিছায়ে আকৌ ছেন্‌ছিটিভ হৈ পৰিলি। তই কি ৱাৰ্মৰ কথা কৈছ বাৰু ? —সি মোৰ কান্ধত তাৰ হাত এখন থৈ সহানুভূতিৰে সুধিলে।

তাৰ কথা শুনি মই লাজ পালোঁ। সেয়ে ক'লোঁ— একো নহয় অ' !

ঃ বাৰু শ্ৰীমতী মালিনী, কোৱাচোন এই বিনোদবিহাৰী বোলা মানুহজন কেনে প্ৰকৃতিৰ ? —ৰাজীৱে আকৌ জেৰা আৰম্ভ কৰিলে।

ঃ বিনোদবিহাৰী বাবু বেচ ভাল। -- তাই তপৰাই উত্তৰ দিলে।

ঃ বেচ ভাল? —মোৰ অজানিতে মুখেৰে ওলাল কথাষাৰ।

ঃ পিছে তেওঁৰ ঘৰত কোন কোন আছে? তেওঁৰ বয়স কিমান? - মই একে উশাহে সুধিলোঁ।

ঃ তেওঁৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী এহাল আছে। তেওঁৰ ল'ৰাটোৱে এইবাৰ বি. এ পাছ কৰিছে আৰু ছোৱালীজনীয়ে ছেকেণ্ড ইয়েৰত পঢ়ে। ঘৈণীয়েক বেমাৰী। বিনোদবিহাৰী বাবুৰ বয়স পঞ্চাছ মান হ'ব। মনিকাক তেওঁ জীয়েকৰ নিচিনাকৈ মৰম কৰিছিল।

ঃ হুঁ! বুজিলোঁ। —ৰাজীৱে গহীনাই ক'লে।

দাৰোৱানটোক ডুই কমত জেৰা কৰাত সি জনালে যে সাত মান বজাত ক'লা মটৰ ছাইকেল এখনত ৰে'নকোট, গামবুট আৰু ফেল্ট হেট পিন্ধা মানুহ এজন আহি ইউকেলিপ্টাছ জোপাৰ তলত মটৰছাইকেলখন পাৰ্ক কৰি মনিকাৰ কোঠালৈ গৈছিল দীঘল দীঘল খোজ পেলাই। মানুহজনৰ মুখত ফ্ৰেন্সকাট্ ডাঢ়ি আৰু চকুত চছমা আছিল। মনিকাৰ কোঠাত আধাঘণ্টামান থাকি তেওঁ ওলাই গৈছিল।

ঃ তেওঁ আগেয়েও কেতিয়াবা আহিছিলনে? —ৰাজীৱে তীক্ষ্ণ দৃষ্টিৰে তাৰ চকুলৈ চাই সুধিলে।

ঃ এমাহমান আগেয়ে বোধকৰোঁ আহিছিল! —সি অলপ ভাবি ক'লে।

ঃ কি পিন্ধি আহিছিল?

ঃ আজি পিন্ধা সাজ-পাৰকেই পিন্ধি আহিছিল। সেইদিনাও আজিৰ নিচিনাই বৰষুণ দি আছিল।

ঃ হুম্! মটৰ ছাইকেলৰ নম্বৰ ক'ব পাৰিবানে?

ঃ হয় ছাৰ, এ এছ. জেদ ১৯৪৩।

ঃ অ' এটা কথা কোৱাচোন, তোমালোকৰ মালিক, মানে মিষ্টাৰ বেনাৰ্জিয়ে ছিগাৰেট খায়নে? - ৰাজীৱে প্ৰসংগ সলাই সুধিলে।

ঃ তেখেতে পাইপহে খায় !

ঃ পাইপ খায় !

কথাষাৰ ৰাজীৱ আৰু মোৰ মুখেদি একে সময়তে ওলাল। ৰাজীৱে তাক যাবলৈ দিলে।

এনেতে এখন ক্ৰিম ৰঙৰ এম্বাছাডৰ টিলাটোৰ অকোৰা-পকোৰা আলিটোৰে আহি 'ক'জি ভিলা'ৰ কম্পাউণ্ডত সোমাই গাড়ী-বাৰাণ্ডাত ৰ'লহি। গাড়ীৰ দুৱাৰ খুলি এজন প্ৰায় ছফুটমান ওখ মেৰুণ ৰঙৰ টেৰিলিনৰ ছুট পৰিহিত মধ্য বয়সীয়া ব্যক্তিয়ে গাড়ী-বাৰাণ্ডাৰ চিৰি বগাই ড্ৰইং ৰুমত প্ৰৱেশ কৰিলে। আমি আগন্তুকৰ মুখলৈ চোৱাত তেওঁ গলগলীয়া মাতেৰে ৰাজীৱক অভিবাদন জনালে – গুড ইভ্‌নিং ছাৰ !

ঃ গুড ইভ্‌নিং। – ৰাজিৱে তেওঁক ভৰিৰপৰা মূৰলৈ ভালকৈ নিৰীক্ষণ কৰি উত্তৰ দিলে – পিছে আপুনি ?

ঃ মোৰ নাম বিনোদবিহাৰী বেনাৰ্জি। মই নেচনেল পাৰ্‌ফিউ-মাৰি মেন্নুফেক্‌চাৰিং কোম্পানিৰ মেনেজিং ডাইৰেক্টৰ। – আসন গ্ৰহণ কৰি মানুহজনে ক'লে।

ঃ নেচনেল পাৰফিউমাৰি কোম্পানিৰ মেনেজিং ডাইৰেক্টৰ ! · ৰাজীৱে শব্দকিটা এটা এটাকৈ উচ্চাৰণ কৰি কিবা ভাবিবলৈ ধৰিলে।

ঃ ডু ইউ স্মোক ? – ৰাজীৱে মৌন হৈ ভাবি থকা দেখি মিষ্টাৰ বেনাৰ্জিয়ে ছিগাৰেটৰ পেকেট এটা তালৈ আগবঢ়াই দিলে।

ঃ ন' থেংকছ। মই এটা ব্ৰেণ্ডৰেই ছিগাৰেট খাওঁ।

ৰাজীৱে তাৰ নিজৰ পোকেটৰপৰা ছিগাৰেট এটা উলিয়াই ওঁঠত ললে। ময়ো মিষ্টাৰ বেনাৰ্জিক ধন্যবাদ জনাই মোৰ নিজস্ব ব্ৰেণ্ডৰ এটা উলিয়াই ওঁঠত ললোঁ। বেনাৰ্জিয়ে লাইটাৰ জ্বলাই আমাৰ ছিগাৰেটত অগ্নি সংযোগ কৰিলে।

ঃ বাৰু মিষ্টাৰ বেনাৰ্জি, শুনিছিলোঁ আপুনি হেনো পাইপহে খায়; কিন্তু এতিয়া ছিগাৰেটহে হুপিছে দেখোন ! এক মুখ ধোঁৱা এৰি ৰাজীৱে সুধিলে।

ঃ আপুনি ঠিকেই শুনিছে! পিছে মই আজি দুদিনমানৰ পৰাহে ছিগাৰেট হুপিবলৈ লৈছোঁ। জানেইতো বজাৰত মিক্‌চাৰ পাবলৈ নাই।

ঃ ওঁ ঠিকেই! এই পাইপডাল কাৰ চিনি পায় নেকি? ৰাজীৱে জেপৰপৰা সযতনে মনিকাৰ বিছনাৰ তলত পোৱা টবেক' পাইপডাল উলিয়াই বেনাৰ্জিক দেখুৱালে।

ঃ নাজানো কাৰ; মোৰ পাইপ নহয় কিন্তু! মই হাতীদাঁতৰ পাইপহে ব্যৱহাৰ নকৰোঁ। – কিছু সময় মনোযোগেৰে নিৰীক্ষণ কৰাৰ পাছত বেনাৰ্জিয়ে ক'লে। আমি তেওঁৰ মুখলৈকে তীক্ষ্ণভাৱে অবিশ্বাসেৰে চালোঁ।! ৰাজীৱে আকৌ কিছু সময় কিবা ভাবিলে।

ঃ বাৰু মিষ্টাৰ বেনাৰ্জি, আপুনি থাকে ক'ত জানিব পাৰোঁনে?

কিছু সময়ৰ পিছত ৰাজীৱে সুধিলে।

ঃ নিশ্চয় পাৰে। মই জালুকবাৰীত থাকোঁ। মানে তাতে মোৰ কোম্পানিৰ অফিছ, ৰেছিডেন্স আদি সকলোবোৰ। মোৰ গাড়ীখন কামাখ্যাৰ ওচৰত হঠাতে বেয়া হ'ল। সেয়েহে মোৰ অহাত পলম হ'ল।

পিছৰ কথাখিনি তেওঁ কৈফিয়ৎ দিয়াৰ নিচিনাকৈ ক'লে।

ঃ মিষ্টাৰ বেনাৰ্জি, মিছ মনিকা শইকীয়া খুন হোৱা বুলি আপুনিয়েই থানালৈ ফোন কৰিছিল, নহয়নে? —ৰাজীৱে তীক্ষ্ণ দৃষ্টিৰে বিনোদবিহাৰীৰ মুখলৈ চাই সুধিলে।

ঃ হয়, ময়েই ফোন কৰিছিলোঁ থানালৈ।

ঃ কিন্তু আপুনি মিছ শইকীয়া যোৰাবাটত খুন হোৱাৰ কথা জালুকবাৰীত জানিলে কিদৰে? - বিনোদবিহাৰীৰ কথা শেষ হ'বলৈকে নিদি ৰাজীৱে কঠুৱা স্বৰেৰে সুধিলে। তাৰ তীক্ষ্ণ দৃষ্টি সহ্য কৰিব নোৱাৰি বিনোদবিহাৰীয়ে তলমূৰ কৰি ক'লে— নাই, মানে, মানে মালিনীয়ে খবৰ দিছিল মোক সেই বুলিয়েই।

ঃ ওঁ, মালিনীয়ে তেনেহলে আপোনাক ৰায়াল্‌ লেছ কৰি জনাই-

ছিল কথাবাৰ, নহয়নে ? ইয়াততো ফোন নাই !

ৰাজীৱে অট্টহাস্য কৰি উঠিল। এইবাৰ বিনোদবিহাৰীৰ মুখৰ মাত হৰিল। মই তেওঁৰ মুখৰপৰা ভৰিলৈ চালোঁ ; কিন্তু ভৰিত মোৰ দৃষ্টি বৈ গ'ল। মনিকাৰ বে'ডৰুমৰ খিৰিকীৰ বাহিৰত দেখা জোতাৰ চিন আৰু বিনোদবিহাৰীৰ জোতাৰ নম্বৰ একেই হ'ব বোধকৰোঁ।

ঃ মিষ্টাৰ বা-নাৰ্-জি ! - এইবাৰ মোৰ মুখেৰে বোমা ফাটিল— আপুনি নিজকেই বেচ চালাক বুলি ভাবিছে, নহয়নে ? কিন্তু কওকচোন, আপুনি মটৰত আহিছে ইয়ালৈ, অথচ আপোনাৰ জোতাৰ তলত ৰঙা মাটি লাগিল কিদৰে ?

ঃ বৰুৱা ! — ৰাজীৱে ছিগাৰেটৰ টুকুৰাটো পেলাই গৰ্জি উঠিল— হি ইজ দা কালপ্ৰিট্। এৰেষ্ট হিম ইমিডিয়েট্‌লি !

ঃ কিন্তু— কোনো প্ৰমাণ নোহোৱাকৈ কেনেকৈ -

ঃ চুপ ৰহো বেইমান কঁাহেকা ! সেইবিলাক আদালতত হ'ব, ইয়াত নহয়।

ৰাজীৱে বিনোদবিহাৰীক ক'বলৈ নিদি পুলিছী মেজাজ দেখুৱালে আৰু লগে লগে ছাব্-ইন্সপেক্টৰ বৰুৱাই বিনোদবিহাৰীৰ হাতত হাতকেৰেয়া লগালে।

# দুই

ঃ তাৰ পিছত ?

ঃ তাৰ পিছত এয়া আজি ছিলঙলৈ আহিছোঁ। কাইলৈ যামগৈ। কিন্তু মই— আৰে, মোৰ মুখলৈ তেনেদৰে কি চাই আছা? সৌৱা চোৱানা, পাইনৰ পাতৰ ফাঁকেদি সূৰ্য্যৰ কিৰণবোৰ কেনেদৰে নামি আহিছে! জানা, মোৰ জীৱনটোও এদিন এই সূৰ্য্যৰ কিৰণৰ নিচিনাই উজ্জ্বল তথা সুন্দৰ আছিল। অথচ আজি! মোৰ ভয় লাগিছে নয়নু! মোৰ ভীষণ ভয় লাগিছে তোমালৈ, জানা। কিয় এনে ভয় লগাকৈ চাইছা বাৰু মোলৈ তুমি? চাওঁ, তোমাৰ হাত এখন দিয়াচোন। ইচ্, তোমাৰ অসুখ হৈছে যেন পাইছোঁ পাই! ইমান তপত হৈছে হাতখন! চাওঁ কপালখন। নাই, তোমাক লৈ নোৱাৰি আৰু! এই জ্বৰ লৈ তুমি মাথোঁ হাফ্ ছুৱেটাৰটোহে পিন্ধিছা। হোৱা, মোৰ এই শ্বালখন লোৱা। উৰানা! ওঁ, হ'ল। এতিয়া শুনা, কি কৈছিলোঁ মই? অ' মনত পৰিছে। সূৰ্য্যৰ— এই ইমান গহীন হৈ আছা কিয়? হাঁহানা অলপ। বচ্! মোৰ জীৱনটো তাঁচ-পাতৰ ঘৰৰ নিচিনাকৈ খহি পৰিল হঠাতে। তুমি যে সেই সময়ত নাছিলা, মই যে ভীষণ—

ঃ তুমি ভীষণভাৱে সলনি হৈ গ'লা মণি! মই ভবা নাছিলোঁ তোমাক আজি এনে অৱস্থাত পাম বুলি। অথচ কোনোদিনেই নভবা, কোনোদিনেই কল্পনা কৰিব নোৱাৰা অঘটনটোৱেই ঘটি গ'ল।

ঃ তুমি হুমুনিয়াহ কাঢ়িছা! মোৰ আজিৰ অৱস্থা দেখি দুখ পাইছা। কিন্তু উপায়তো নাই! অ' শুনা, মই আৰু তোমাক দুখ নিদিওঁ, তুমি বিয়া কৰোৱা ধুন্-নী-য়া চাই ছোৱালী এজনীক।

তুমি সুখী হোৱা। তুমি সুখী হ'লেই মই সুখী হ'ম নয়নু! মই ভীষণ সুখী হ'ম জানা।

ঃ তুমি নাকান্দিবা মণি, নাকান্দিবা। চাওঁ, মূৰটো দাঙাচোন। দাঙানা প্লি-ই-জ। গুড্! এতিয়া শুনা তোমাক মই বিয়া কৰাব খোজোঁ। মণি!

ঃ বি-য়া? মোক? অসম্ভৱ নয়নু! একেবাৰে অসম্ভৱ।

ঃ কিয় অসম্ভৱ? কোৱা, কিয় অসম্ভৱ? নোকোৱা কিয়?

ঃ নয়নু, মই— মই—

ঃ তুমি কি?

ঃ আই হেভ্ বিন্ বেপ্টাইজড্ ইন্ খৃষ্টিয়ানিটি।

ঃ হো-ৱা-ট! ন' ন' ইমপছিবল, মণি। ইট'ছ কোৱাইট ইম্পছিবল!

ঃ বিশ্বাস কৰা নয়নু, মই খৃষ্টিয়ান ধৰ্ম গ্ৰহণ কৰিছোঁ। সেয়ে তোমাৰ আৰু মোৰ বিয়া হ'ব নোৱাৰে। জানা, এই মুহূৰ্তত আমাৰ মাজত এখন অভেদ্য প্ৰাচীৰ থিয় হৈছে।

ঃ কিন্তু কিয়? কিয় খৃষ্টিয়ান হ'লা তুমি? হিন্দু ধৰ্মত তুমি কি পোৱা নাছিলা, যাৰ বাবে খৃষ্টিয়ান হ'লা তুমি? কোৱা মনে মনে আছা কিয়? কি বিচৰা তুমি? কি বিচৰা?

ঃ তুমি উত্তেজিত হৈছা নয়নু! তুমি অকণমান শান্ত হোৱাচোন।

ঃ ন' ন', মই শান্ত নহওঁ কেতিয়াও। মই শান্ত হ'ব নোৱাৰোঁ। তুমি কোৱা। ক'বই লাগিব তুমি!

ঃ এতিয়া নালাগে শুনিব নয়নু! পিছত ক'ম।

ঃ নহয়, মই এতিয়াই শুনিম।

ঃ শুনা তেন্তে, তোমাৰ হিন্দুধৰ্মই মোৰ মানসিক বিলোলতা নাশ কৰিব নোৱাৰে। সেয়ে মই মানসিক শান্তি বিচাৰি খৃষ্টিয়ান—

ঃ ধৰ্ম গ্ৰহণ কৰিলা, নহয়নে? এনেবোৰ এব্ছাৰ্ড কথা কোনে তোমাৰ মগজুত সুমুৱালে? তুমি গীতা নপঢ়িলা কেলেই যদি শান্তি-

য়েই বিচাৰিছিলা ? তুমি আন ধৰ্মগ্ৰন্থ পাঠ নকৰিলা কিয় ? জানা আজিৰ যুগত যি লোকে এটা ধৰ্ম এৰি অইন এটা ধৰ্ম গ্ৰহণ কৰে, মই ক'ম, তেওঁৰ সমান মূৰ্খ আৰু এই পৃথিৱীত আন কোনোৱেই নাই। গীতাত শ্ৰীকৃষ্ণই কৈছিল, 'স্বধৰ্মে নিধনং শ্ৰেয়ঃ পৰধৰ্মো ভয়াবহ'। তুমি নিজেই নৈষ্ঠিক বৈষ্ণৱ পৰিয়ালৰ ছোৱালী হৈ কেলেই পাহৰি গ'লা কথাষাৰ ? উত্তৰ দিয়া, মনে মনে আছা কিয় ? এইটোৱেই কাৰণ নহয়, হ'ব নোৱাৰে। সঁচা কথা কোৱা, কিয় ধৰ্ম ত্যাগ কৰিলা ?

ঃ শুনিবলৈ সাহস আছে তোমাৰ ?

ঃ এৰা, নিশ্চয় আছে, কোৱা।

ঃ মই খৃষ্টিয়ান ল'ৰা এজনক ভাল পাওঁ আৰু—

ঃ সেইবাবেই তুমিও খৃষ্টিয়ান হৈ গ'লা ?

ঃ এৰা, সেইবাবেই !

ঃ কিন্তু মোৰ বৰ্ত্তমানতো তুমি আন এজনক কেনেকৈ ভাল পাব পাৰিলা ? মোৰ কথা ইমান সোনকালে পাহৰি গ'লাই বা কেনেকৈ ?

ঃ কেলেই, তোমাক নাপাহৰোঁ বুলি মই বণ্ড ছাইন কৰি দিছিলোঁ নেকি ?

ঃ ম-ণি !

ঃ চিঞৰি উঠিছা কেলেই তেনেদৰে ?

ঃ কেলেই নিচিঞৰিম ? তুমিয়েইতো এদিন কৈছিলা, তোমাৰ মনৰ মাজত চিৰদিন ময়েই থাকিম বুলি ! মোকো তুমি শপত খুৱাইছিলা তোমাক কেতিয়াও নাপাহৰিবলৈকে। অথচ তুমি কেলেই এনে কৰিলা ?

ঃ তেনেদৰে ক'লেই যে তোমাক চিৰদিনেই ভাল পাই থাকিব লাগিব, তাৰ কি মানে আছে ? মোৰ খুচি, তোমাক মনত ৰখা বা নৰখাটো।

ঃ হয় নে ?

ঃ ... ... ...

ঃ ... ... ...

ঃ ... ... ...

ঃ বাৰু কোৱাচোন, কি নাম ল'ৰাজনৰ ? কি কৰে তেওঁ ?

ঃ তেওঁৰ বিষয়ে তোমাক জনোৱাটো মই প্ৰয়োজনীয় বুলি নাভাৱোঁ।

ঃ হুঃ ! মই তোমাক বেচকৈ চিনিলোঁ, মণি। তুমি বৰ্ণোৱা ঘটনাবোৰ মিছা। ইউ হেড্ বিন্ শেৰিডিং ক্ৰক'ডাইলছ টিয়েৰ্ছ ছ'লং আৰু তুমি– তুমি, ইয়েছ আই মাষ্ট ছে', ইউ আৰ নাথিং বাট্ এ হেৰলট্। মেয়াৰ এ প্ৰষ্টিটিউট্, এ হ'ৰ। নহয়, নহয় মোৰ ভুল হৈছে, তুমি এজনী নিম্নস্তৰৰ বেশ্যাতকৈও ইতৰ। তুমি টকাৰ বাবে সকলো কৰিব পাৰা। সকলো পা –

ঃ ন-য়-মু ! তুমি বহুতো বাঢ়ি গৈছা। তুমি মোক অপমান কৰিছা প্ৰছটিটিউট, হেৰলট্ আদি শব্দ প্ৰয়োগ কৰি। তোমাৰ– তোমাৰ কি হ'ল মই খৃষ্টিয়ান হোৱা বাবে ? তুমি কোন মোক বাধা দিবলৈ ? মই খৃষ্টিয়ান ল'ৰাজনক ভাল পোৱাই নহয়, অলপতে বিয়াও কৰাম তেওঁক ! তেওঁৰ বাবে ম –

ঃ ছাট্ আপ্ ইউ জিল্ট।

ঃ আ স্।

ঃ .. ... ...

ঃ .. ... ...

ঃ মোক ক্ষমা কৰা মণি ! এৰা, তুমি ঠিকেই কৈছা, মই তোমাৰ কোনো নহওঁ। তুমি দূৰণিৰ পৰ্বত, যাক মাথোঁ আঁতৰৰপৰা চাবহে পাৰি, ওচৰত পাব নোৱাৰি। সেয়ে তোমাক মই উত্তেজিত হৈ ইমান জোৰেৰে চৰটো মাৰিব নালাগিছিল ; কিন্তু তোমাৰ কথা শুনি মই হিতাহিত জ্ঞান হেৰুৱাই পেলাইছিলোঁ, জানা। মোৰ

সংযমৰ বান্ধ ছিগি গৈছিল। নাকান্দিবা মণি! কিন্তু তথাপিতো শুনা ভাৰতৰ নিচিনা ধৰ্মনিৰপেক্ষ ৰাষ্ট্ৰ এখনত তোমাৰ ব্যক্তিস্বাধীনতাত হস্তক্ষেপ কোনেও কৰিব নোৱাৰে। এই দেশৰ নাগৰিক হৈ মনোমত ধৰ্ম গ্ৰহণ কৰাৰ সাংবিধানিক অধিকাৰকণ তোমাৰ নিশ্চয় আছে। তুমি মেচিঅ'ৰ্ড বাবে স্ব-নিৰ্বাচন মতে বিয়াও কৰাব পাৰা— এই কথা ময়ো বুজোঁ। সেয়ে তোমাক আৰু মই কেতিয়াও আমনি নিদিওঁ। কিন্তু তথাপিতো, তুমি তোমাৰ যিচুৰ নামত শপত খাই কোৱাচোন তুমি খৃষ্টিয়ান হোৱাৰ আচল কাৰণ জানো সেইটোৱেই?

ঃ নয়নু!

ঃ তুমি আকৌ কান্দিছা কিয়, মণি? কোৱাচোন কি ক'ব খুজিছা।

ঃ ঈশ্বৰৰ শপত নয়নু, মই তোমাক ফাঁকি দিছিলোঁ। মই খৃষ্টিয়ান হোৱাৰ সেইটোৱেই কাৰণ নহয়। মই জানো— মই জানো -

ঃ কি জানা তুমি?

ঃ তুমি মোক কেতিয়াও পাহৰিব নোৱাৰা। মই জানিছিলোঁ, মোৰ ইমানখিনি কথা জনাৰ পিছতো মোক তুমি গ্ৰহণ কৰিলাহেঁতেন! সেয়ে বহুতো ভাবি-চিন্তি মই ছিলঙলৈ আহি ধৰ্মকে সলালোঁ। কাৰণ, ধৰ্ম সলালেই তোমাৰ আৰু মোৰ মাজত এক অলংঘনীয় প্ৰাচীৰ গঢ়ি উঠিব, যিহেতু তুমি নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়ালৰ ল'ৰা। অন্ততঃ তুমি মোক বিয়া কৰাবলৈকে ধৰ্ম সলাব নোৱাৰা। ইমান ডাঙৰকৈ হাঁহিছা কিয়? পগলা হ'লানেকি? নয়নু, নয়নু! তোমাৰ হঠাতে কি হ'ল নয়নু? চোৱাচোন, মানুহবোৰে কেনেকৈ চাবলৈ ধৰিছে আমালৈ। নয়নু সোণটো, অলপ স্থিৰ হোৱাচোন!

ঃ হুঁ! মণি, তুমি ভাবিছানেকি মই ধৰ্ম এৰি দিব নোৱাৰোঁ বুলি? মোক তুমি ইমান ভীৰু বুলি ভাবিছানেকি? তুমি চঁক্ খাই উঠিলা দেখোন কথাষাৰ শুনি! শুনা, মই মোৰ ধৰ্ম নেৰোঁ।

আৰু তোমাক মই বিয়া কৰামেই। নাভাবিবা মোৰ তিৰোতা খৃষ্টিয়ান হৈয়েই থাকিব বুলি! তোমাক মই বিয়া কৰোৱাৰ আগেয়ে আৰ্য্য সমাজৰ আশ্ৰমলৈ নি আকৌ হিন্দু ধৰ্মত দীক্ষা দিয়াম। তুমি মোৰ হ'বা। ইউ ছেল বি মাই ৱাইফ, এণ্ড আই উইল বি ইওৰ—

ঃ ক্ৰিং ক্ৰিং! ক্ৰিং ক্ৰিং!!

ঃ হেল্লো, জ্যোতি স্পিকিং! কোন? অ' ৰাজীৱ! কি হ'ল? এতিয়াই যাব লাগিব? ক'লৈ? থানালৈনেকি? বাৰু বাৰু, মই আধাঘন্টাৰ ভিতৰতেই গৈ পামগৈ।

ছেঃ। ৰাজীৱে আকৌ হঠাতে কিয় মাতিলে! 'বিস্ময়'ৰ বাবে ৰহস্য গল্পটোও লিখা নহ'ল। সম্পাদকে এইবাৰ মোক সুদাই নেৰিব যেন পাইছোঁ।

ঃ ৰিক্সাৱালা! সদৰ থানা যায়েগা। জল্দি চলাও।

ৰিক্সাৱালাই খৰকৈ ৰিক্সাখন চলাবলৈ ধৰিলে। মই ৰিক্সাত বহি ভাবিবলৈ চেষ্টা কৰিলোঁ মণিকা শইকীয়াৰ কেছটো। ৰাজীৱে সেই কেছটোৰ সংক্ৰান্ততে সম্ভৱ মাতি পঠিয়াইছে মোক! কিন্তু মণিকাৰ আচল হত্যাকাৰী কোন হ'ব পাৰে তাক জানো ৰাজীৱে উলিয়াব পাৰিলে? বিনোদবিহাৰীয়েই জানো প্ৰকৃত অপৰাধী? যদি বিনোদ-বিহাৰীয়েই হত্যাকাৰী হয়, তেনেহলে আনজন ব্যক্তি কোন? মণি-কাৰ বাউসীত ইন্‌জেক্‌চন পুছ্ কোনে কৰিলে— বিনোদবিহাৰীয়ে নে দ্বিতীয় ব্যক্তিজনে? মণিকাৰ শ্বাসৰোধেই বা কোনে কৰিলে? স্লিপিং টেবলেটবোৰেই বা ৰহস্যজনকভাৱে অন্তৰ্ধান হ'ল কেনেকৈ?

হঠাতে ৰিক্সাখনক পিছফালৰপৰা তীব্ৰ গতিৰে অহা এম্বেছাডৰ এখনে খুন্দিয়াই দিলে আৰু মই আলিৰ দাঁতিত দ'ম কৰি থোৱা সৰু সৰু শিলৰ ওপৰত ছিটিকি পৰিলোঁ। ৰিক্সাৱালাটোও মোৰপৰা অলপ আঁতৰত উফৰি পৰি জ্ঞান হেৰুৱালে। ঘটনাৰ আকস্মিকতাত মই অলপ সময়ৰ বাবে বিস্ময়াভিভূত হৈ গ'লোঁ আৰু যেতিয়া

মোৰ বিস্ময় ভাব কাটি গ'ল, তেতিয়া দেখিলোঁ, চাৰিওফালৰপৰা মানুহ, আমাৰ ওচৰলৈ দৌৰি আহিছে আৰু ইতিমধ্যে এম্বেছাডৰখন তীব্ৰ গতিৰে পলাই গৈছে। মই লক্ষ্য কৰিলোঁ, মটৰখনৰ ফ্ৰন্ট ছিটত এজন গুণ্ডা চেহেৰাৰ মানুহ বহিছে আৰু আন এজন গুণ্ডা চেহেৰাৰ লোকে ড্ৰাইভ কৰিছে। মটৰৰ ৰং ক'লা, নম্বৰটো ধৰিব নোৱাৰিলোঁ মই।

ঃ আপুনি দুখ পালেনেকি বেছিকৈ? – দুজনমানে মোক শিলৰ দ'মৰপৰা তুলি দি সুধিলে। আন দুজনমানে ৰিক্সাৱালাক দাঙি ওচৰৰ ফাৰ্মাছি এখনলৈকে লৈ গ'ল। মই বেছি দুখ পোৱা নাছিলোঁ, মাথোঁ সোঁভৰিৰ আঁঠুৰ ছাল ছিগি তেজ ওলাইছিল।

ঃ আজিকালি ড্ৰাইভাৰবোৰৰ বৰ তেল হৈছে! ইমান স্পিডত গাড়ী চলায়! বাপেকৰ দিনৰ আলিবাটহে যেনিবা, মানুহ গৰু নাচায়েই! এই আপোনাৰ কথাই ধৰকচোন, আপুনি কিবা ভাগ্যৰ বলতহে আজি বাচি গ'ল। আপোনাৰ ৰিক্সা আলিৰ নিচেই দাঁতি-য়েদি গৈছে, অথচ ষ্টুপিড্ ড্ৰাইভাৰে দিছে আপোনাক খুন্দিয়াই!

মোৰ আঁঠুত বেণ্ডেজ বান্ধি আদবয়সীয়া কম্পাউণ্ডাৰজনে কৈ গ'ল। তেওঁ আৰু বহুতো কিবাকিবি বকি গ'ল। মোৰ কাণত কিন্তু তেওঁৰ পিছৰ কথাখিনি নোসোমাল। মই মৌন হৈ চিন্তা কৰিবলৈ ধৰিলোঁ!

মই অহা ৰিক্সাখন আলিৰ নিচেই দাঁতিয়েদি আহি আছিল। গাড়ীখন যদিও তীব্ৰ বেগেৰে আহিছিল, তথাপি সেইখনে ৰিক্সাখন খুন্দিয়াব নালাগিছিল। মটৰখন অহাৰ সময়ত আলিত তেনেকৈ ভীৰো নাছিল। অথচ তথাপি ৰিক্সাত খুন্দা লাগিল। কিন্তু সেইটো জানো দুৰ্ঘটনা আছিল? ওহোঁ, সেয়া দুৰ্ঘটনা কেতিয়াও হ'ব নোৱাৰে! মই বেচ বুজি পাইছোঁ – সেয়া এক পূৰ্ব-পৰিকল্পিত ষড়যন্ত্ৰ। সেয়া মোক হত্যা কৰাৰ এক অপচেষ্টাহে মাথোন!

# তিনি

ঃ বহ জ্যোতি ! —ফটো এখন মনোযোগেৰে চাই চাই ৰাজীৱে মোক বহিবলৈ ক'লে।

ঃ কাৰ ফটো অ', বৰ মনোযোগেৰে চাইছ দেখোন ?

ৰাজীৱে একো উত্তৰ নিদি মোলৈ ফটোখন আগবঢ়াই দিলে। মই ভালকৈ চাই চিনি পালোঁ। সেইখন মণিকা শইকীয়াৰ মৃতদেহৰ পুলিছৰ ফটোগ্ৰাফাৰে লোৱা ফটো।

ঃ এইকেইখনো চা। —ৰাজীৱে আৰু চাৰিখন ফটো ড্ৰয়াৰৰপৰা উলিয়াই মোলৈ আগবঢ়াই দিলে। গোটেইকেইখন বিভিন্ন এংগলৰ-পৰা লোৱা মণিকাৰ মৃতদেহৰ ফটো। ফটোখনত মই একো নতুন বস্তু নেদেখিলোঁ। সেয়ে মই ৰাজীৱলৈ সপ্ৰশ্ন দৃষ্টি নিক্ষেপ কৰিলোঁ।

ঃ তই এটা কথা লক্ষ্য কৰা নাই বোধকৰোঁ ! এই ফটোখনলৈকে চাচোন। —ৰাজীৱে ফটো এখনলৈ আঙুলিয়াই দিলে।

ঃ চা, মোৰ অনুমান যদি সঁচা হয়, তেনেহ'লে অন্ততঃ আমি 'কল্জি ভিলা' গৈ পোৱাৰ তিনি ঘণ্টামান আগেয়ে মণিকা আততায়ীৰ হাতত নিহত হৈছে। কাৰণ আমি দেখিছিলোঁ মৃত-দেহৰ ওপৰত 'ৰায়গৰমৰ্টিছ'ৰ ক্ৰিয়া আমি 'কল্জি ভিলা' পোৱাৰ আগেয়ে আৰম্ভ হৈ গৈছে। কিন্তু আন এটা কথা আমি তেতিয়া লক্ষ্য কৰিবলৈ পাহৰি গৈছিলোঁ। আমি দেখিছিলোঁ, মৃতদেহটো অকণো সন্দেহজনকভাৱে থকা নাই ! অথচ আমি সন্দেহ কৰিছিলোঁ মণিকাক নেলু চেপি হত্যা কৰা বুলিয়েই। কিন্তু কথাটো গোল-মলীয়া। নাউ লেট্ ছ এজিউম্, দা ডিছিড্ ৱাজ থ্ৰট্ লড। ৰাট উই মাষ্ট নট্ ফৰগেট দেট এট্ দা টাইম অব থ্ৰটলিং ছি মাষ্ট হেভ্ ফ'ট এগেনষ্ট হাৰ্ এনিমি, ফৰ্ হুইচ্ হাৰ কপছ' ছুড হেভ্ বিন্ ফাউণ্ড ইন্ এন এব্‌নৰমেল কণ্ডিচন। কিন্তু আচৰিতো ৰেইটো

হোৱা নাই ! মৃতদেহটোত তেনে এব্‌নৰ্‌মেলিটি একোৱেই নাছিল। মৃতদেহটো এনে অবস্থাত আছিল, যিটো দেখি মানুহে মণিকা শুই থকা বুলিহে ভাবিলেহেঁতেন ! এতিয়া মোৰ দুটা সন্দেহ হয় ; প্ৰথম, মণিকাই শ্লিপিং টেবলেট প্ৰয়োজনতকৈও বেছি খাই ক'ব নোৱৰা-কৈয়ে মৃত্যু মুখত পৰিছে ; আৰু দ্বিতীয়তে, মোৰ সন্দেহ হয়— তাই বোধকৰোঁ কিবা কাৰণত শ্লিপিং টেবলেট খাই আত্মহত্যা কৰিছে।

ৰাজীৱে ছিগাৰেট এডাল জ্বলালে।

ঃ বাৰু, ধৰি ললোঁ মণিকাই আত্মহত্যাই কৰিলে ; কিন্তু তাইৰ ডায়েৰিখন ক'লৈ গ'ল ? আনহাতেদি তাইৰ সোঁ-বাঁওঁসীত এছিডেই বা ইন্‌জেক্ট কৰিলে কোনে ? তদুপৰি বিনোদবিহাৰীৰ বিৰুদ্ধেইতো ছাৰকামষ্টেনছিয়েল এভিডেন্সবোৰ আছে ! তেনে ক্ষেত্ৰত মণিকাই আত্মহত্যা কৰিছে বুলি তই কেনেকৈ নিশ্চিত হ'বি ? মণিকাই যে আত্মহত্যা কৰিছে, তাৰ প্ৰমাণোতো লাগিব। অ' আৰু এটা কথা, মণিকাৰ ডিঙিৰ উখহি থকা সিৰডালৰ কথাকোতো এৰিব নোৱাৰ।

ময়ো ছিগাৰেট এডাল জ্বলাই পৰম তৃপ্তিত ধোঁৱাবোৰ ওপৰলৈ এৰি দিলোঁ।

ঃ এৰা অ', মই সিমানবোৰ ভবাই নাছিলোঁ। —সি লজ্জিত হোৱাৰ সুৰত ক'লে। হঠাতে সি চকীখনৰপৰা উঠি কোঠাটোৰ ভিতৰতে পায়চাৰি কৰিবলৈ ধৰিলে।

ঃ এটা কথা জ্যোতি, তই এটা কাম কৰ। তই এছ. আই. বৰুৱাৰ সতে 'কুঞ্জ ভিলা'লৈ যা সোনকালে। তইঁতে মণিকা শইকীয়াৰ কোঠাটো ছাৰ্চ কৰিবি। তাত নিশ্চয় আৰু কিবা ক্লু পাবি। আৰু এটা কথা, মালিনীৰ কোঠাটোও ছাৰ্চ কৰিবি। অ' বাই দ বাই, মণিকাক নিজৰ ব্যৱহাৰৰ বাবে কোম্পানিয়ে দিয়া ফিয়েট কাৰৰ ড্ৰাইভাৰটোক লৈ আহিবি থানালৈকে। —সি চকীখনত বহি ক'লে।

ঃ কেলেই, তই জানো নাযাব আলৈ ?

ঃ মোৰ আন জৰুৰী কাম আছে। আচলতে মই বিনোদবিহাৰীৰ

কোম্পানি আৰু ঘৰ ছাৰ্চ কৰিবলৈকে যাম অলপ পিছতে আৰ্মড ফ'ৰ্চ লৈ।

ঃ বিনোদবিহাৰীৰ ঘৰ ছাৰ্চ কৰোঁতে আৰ্মড ফ'ৰ্চ কেলেই অ'? —মই অলপ আচৰিত হৈ সুধিলোঁ।

ঃ মানে, কথাটো কি জান, পছিম বংগৰ পুলিছে খবৰ পঠিয়াইছে, কোনো এক আন্তৰ্জাতিক কুখ্যাত চোৰাং কাৰবাৰীৰ দল কলিকতাৰ পুলিছৰ চকুত ধূলি দি অসম সোমাইছেহি। সেই দলটোৱে ডাউকি-ছিলং ৰাস্তাইদি পাকিস্তানৰপৰা বিদেশী চোৰাং বস্তু আমদানি তথা ৰপ্তানি কৰে। —সি ফাইল এটাৰ ৰিপ'ৰ্ট এটা পঢ়ি পঢ়ি ক'লে।

ঃ কি কি বস্তু লৈ ব্যবসায় কৰে সিহঁতে কিবা জাননে? —মই আৰু এটা ছিগাৰেট জ্বলাই সুধিলোঁ।

ঃ এৰা। চি. আই. বি.ৰ হেড কোৱাৰ্টাৰৰপৰা আমালৈ ৰিপ'ৰ্ট আহিছে. এই দলটোৱে চোৰাং সোণ, এল. এছ ডি ৰ নিচিনা সাংঘাতিক ড্ৰাগছ আৰু ষ্ট্ৰিক্‌নিনৰ নিচিনা মাৰাত্মক পয়জন লৈ ব্যবসায় চলাইছে। মাজে মাজে সিহঁতে আফিঙৰো চোৰাং কাৰবাৰ কৰে।

ঃ দলটো অসমলৈ অহাৰ কিমান দিন হ'ল?

ঃ প্ৰায় দুমাহ। ইতিমধ্যে সিহঁতে ভালদৰে খোপনি পুতি লৈছে অসমত। সিহঁতৰ হে'ড কোৱাৰ্টাৰ খুব সম্ভৱ গুৱাহাটীতে পাতিছে। অ' আৰু এটা খবৰ আছে, এই দলটোৰ অনুসন্ধানত ছেন্ট্ৰেল ইন্টেলিজেন্সৰ ইন্সপেক্টৰ মি. আদিল খানক নিৰ্দেশ দিয়া হৈছিল। মিঃ খানো দলটোৰ পিছে পিছে অসমলৈকে আহিছিল। কিন্তু তেওঁৰ আৰু কোনো গুং-সূত্ৰ পোৱা নগ'ল। খুব সম্ভৱ শত্ৰুপক্ষৰ হাতত মি. খান বন্দী কিম্বা নিহত হ'ল। —সি চিন্তিতভাৱে নতুনকৈ আন ছিগাৰেট এডালত অগ্নিসংযোগ কৰিলে।

ঃ কিন্তু বিনোদবিহাৰীৰ লগত চোৰাং কাৰবাৰীৰ সম্পৰ্ক কি? —মই সুধিলোঁ। ভাক আচৰিত হৈ।

ঃ আমাৰ অনুমান, বিনোদবিহাৰীও এজন চোৰাং কাৰবাৰীৰ এজেণ্ট !

ঃ সি জানো কিবা কৈছে সেই বিষয়ে ?

ঃ নাই কোৱা। তাক বাৰে বাৰে জেৰা কৰাতো সি একো নক'লে। অ' মই এতিয়া আৰু এটা কথা ভাবিছোঁ।

ঃ কি ?

ঃ মণিকা হত্যাৰ সৈতে বোধকৰোঁ চোৰাং কাৰবাৰৰ কিবা এটা যোগসূত্ৰ আছে। চাহ এপিয়লা খাওঁ ৰ।

সি কলিং বে'লৰ বুটামটো টিপি দিলে। লগে লগে বাহিৰৰপৰা অৰ্ডালিটোৱে আহি চালাম দিলে। ঠিক এনে সময়তে এচ-আই বৰুৱা উত্তেজিত হৈ হাতত কিবা ৰিপ'ৰ্ট এটা লৈ সোমাই আহিল।

ঃ ছাৰ, এইখন চাওকচোন। বৰ সাংঘাতিক কথা হ'ল।

তেওঁ ৰাজীৱলৈ ৰিপৰ্ট'টো আগবঢ়াই দিলে ! ৰাজীৱে কাগজখন লৈ পঢ়ি চাই পেপাৰ ৱেটটো জোৰেৰে খামোচ মাৰি ধৰিলে। তাৰ মুখমণ্ডল হঠাতে কঠিন হৈ পৰিল।

ঃ জ্যোতি, আৰু এক সাংঘাতিক দুৰ্ঘটনা ঘটিছে।

ঃ কি দুৰ্ঘটনা ? মই উদ্বিগ্ন হৈ সুধিলোঁ। সি একো উত্তৰ নিদি মোলৈ কাগজখিলা আগবঢ়াই দিলে। মই পঢ়ি চাই সঁচাকৈয়ে হতভম্ব হৈ গ'লোঁ। সেইখন এখন ৱায়াৰলেছ মেছেজ। চি. আই. বি.ৰ হে'ড্ কোৱাৰ্টাৰৰপৰা পঠিয়াইছে মেছেজটো। ইষ্টাৰ্ন কমাণ্ডৰ আৰ্মি হে'ড্ কোৱাৰ্টাৰৰপৰা ছিক্ৰেছি আউট হৈ কোনোবা শত্ৰুৰাষ্ট্ৰৰ এজেণ্টৰ হাতলৈ গৈছে। তিনিটা কম্প্লিট টপ-মষ্ট কন্‌ফিডেন্‌ছিয়েল ফাইলৰপৰা ইষ্টাৰ্ন কমাণ্ডৰ প্লেন-প্ৰ'গ্ৰামবোৰ ফটোষ্টেট কৰি লৈ গৈছে।

মই তাক কাগজখিলা ওভতাই দিলোঁ। এনেতে ফোনটো ক্ৰিং ক্ৰিংকৈ বাজি উঠিল। ৰাজীৱে ফোনটো দাঙিলে— হেল্লো, হেল্লো— হোৱাট ? ট্ৰাংককল ? ইয়েছ ইয়েছ, স্পিকিং। ইয়েছ ইয়েছ।

এটা সময়ত সি গহীন হৈ ফোনটো থলে ক্ৰেডলত।

ঃ কলিকতাৰপৰা পুলিছ কমিছনাৰে ট্ৰাংককল কৰিছিল। —বাজীৰে কপালত বিৰিঙি উঠা ঘামখিনি ৰুমালেৰে মচি লৈ ক'লে।

ঃ কিহৰ সংক্ৰান্তত ? — অৰ্ডালিটোৱে দি যোৱা চাহৰ পিয়লাত চুমুক দি মই সুধিলোঁ।

ঃ মিলিটেৰি ছিক্ৰেছি লিকেজ হোৱা সংক্ৰান্তত পুলিছ কমিছনাৰে ফোন কৰিছিল ।

ঃ বাৰু, ইমান গাৰ্ডৰ মাজত থকা ফাইলবোৰৰ ফটোষ্টেট কেনেকৈ কৰিলে ? —মই কৌতূহল দমন কৰিব নোৱাৰি তাক সুধিলোঁ।

ঃ যিটো কন্‌ফিডেন্‌ছিয়েল ব্ৰাঞ্চৰ আটাইতকৈ বিশ্বাসী ক্লাৰ্ক আছিল সিয়েই যোৱা ছমাহৰপৰাই ফটোষ্টেট কৰি আছিল ফাইলবোৰ। আৰু আজি পোন্ধৰ দিন আগেয়ে সি পলাল। কিন্তু সামৰিক কৰ্তৃপক্ষই ঘটনাটো কেনেবাকৈ গম পাই পছিমবংগৰ পুলিছ হে'ড্‌-কোৱাৰ্টাৰত জনালে। তেওঁলোকে নিজেও স্পাই নিয়োগ কৰিলে এম. ৰংগনাথন নামৰ পলাতক মিলিটেৰি ক্লাৰ্কজনক ধৰিবলৈকে। কিন্তু তেওঁলোকে নোৱাৰিলে। ইফালে পছিমবংগৰ পুলিছেও ধৰিব নোৱাৰিলে দুৰ্বৃত্তক। সেয়ে সামৰিক কৰ্তৃপক্ষই বাধ্য হৈ ঘটনাটো ডিফেন্স মিনিষ্ট্ৰিত জনালে। শেষত ডিফেন্স মিনিষ্ট্ৰিয়ে হোম মিনিষ্ট্ৰিক অনুৰোধ কৰি ছেণ্ট্ৰেল ইন্‌টেলিজেন্সৰ আটাইতকৈ ধুৰন্ধৰ ইন্সপেক্টৰ এচ. কে. সুৰেন্দাৰক নিয়োগ কৰিলে। সেইমতে হে'ড্‌-কোৱাৰ্টাৰৰ লগত যোগাযোগ ৰাখি ইন্সপেক্টৰ সুৰেন্দাৰে ৰংগনাথনৰ পিছে পিছে অসম সীমান্তত প্ৰৱেশ কৰিলে।

ঃ কিন্তু অসমলৈ ৰংগনাথন কিয় আহিল ছাৰ, বিশেষকৈ সি যেতিয়া কলিকতাতে পাকিস্তান বা আন ৰাষ্ট্ৰৰ এজেণ্টৰ হাতত দিব পাৰিলেহেঁতেন ডকুমেণ্টবোৰ ? —ইমান সময়ে মনোযোগ দি শুনি থকা এছ. আই. বৰুৱাই সুধিলে।

ঃ সুবিধা হয়তো আছিল কলিকতাত; কিন্তু তাৰ পুলিছে

এনেদৰে জাল পাতি থলে চাৰিওফালে, সি একো সুবিধাই কৰিব নোৱাৰিলে। আনকি সি লুকাই থকা ঠাইৰপৰা ওলাবও নোৱৰা হ'ল। পিছে যিয়েই নহওক, সি কেনেবাকৈ পুলিছৰ বেষ্টু ভেদ কৰি অসম সীমান্তলৈ আহিল আৰু তাৰ পিছে পিছে আহিল ইন্স-পেক্টৰ মি. সুৰেন্দাৰ। কিন্তু দুখ লগা কথা, ছেণ্ট্ৰেল ইন্‌টেলিজেন্সৰ সকলোতকৈ ধুৰন্ধৰ ব্যক্তি বুলি বিবেচিত হোৱা মি. সুৰেন্দাৰক ধুবুৰীত পিষ্টলেৰে গুলীয়াই শত্ৰুৱে হত্যা কৰে। তেওঁৰ মৃতদেহটো চাৰিদিন পিছত অৰ্থাৎ পৰহিহে পুলিছে মেটেকাৰ মাজৰপৰা উদ্ধাৰ কৰিছে। - কিছুসময় কোঠাটোত মৌনতা বিৰাজ কৰিলে।

ঃ বৰুৱা, আপুনি জ্যোতিৰ লগত 'কজি ভিলা'লৈ যাওক। তই বাইকত আহিছ নেকি জ্যোতি? — সি মোক সুধিলে।

ঃ নাই অ' ৰিক্সাত আহিলোঁ। বাটত মটৰেও খুন্দিয়ালে মোক।

মই তাক ঘটনাটোৰ বিষয়ে ক'লোঁ। সি অলপ চিন্তিত হ'ল মোক খুন্দিওৱাৰ কথা শুনি।

ঃ বাৰু, তই নিশ্চিত নে যে তোক হত্যা কৰিবলৈ চেষ্টা কৰিছিল সিহতে?

ঃ এৰা, মই ঠিক বুজি পাইছোঁ! সিহঁত শত্ৰুপক্ষৰ মানুহ। সিহঁতে মোক সিহঁতৰ বাবে এক বিপদ বুলি ভাবিছে।

ঃ তেনেহলে জ্যোতি, তোক মই অনুৰোধ কৰিছোঁ, তই অলপ সাবধানে থাকিবি। শত্ৰুপক্ষই যেতিয়া জানিবই পাৰিছে আমি তোৰ সহায় বিচাৰিছোঁ বুলি, সিহঁতে তোক হত্যা কৰিবলৈকে আকৌ চেষ্টা কৰিব পাৰে। আৰু এইবাৰ বোধকৰোঁ সিহঁতৰ লক্ষ্য ভ্ৰষ্ট নহ'ব। বাৰু যা। উইছ্ ইউ বেষ্ট্ অব্ লাক্।

সি মোৰ সতে কৰমৰ্দন কৰিলে!

# চাৰি

আমি যেতিয়া মটৰ ছাইকেলেৰে 'কল্জি ভিলা'ৰ চোতালত ৰলোঁ, তেতিয়া দিনৰ বাৰ বাজি পাঁচ মিনিট গৈছে। আমাক দেখি তাত পহৰা দি থকা চিপাহী দুটাই চালাম দিলে।

ঃ কোনোবা আহিছিল নেকি অ'? বৰুৱাই সুধিলে চিপাহী এটাক!

ঃ এজন মানুহ আহিছিল ছাৰ মিছ মণিকা শইকীয়াক বিচাৰি। মিছ শইকীয়া নিহত হোৱাৰ কথা তেওঁ জনা নাছিল হেনো। —চিপাহী এটাই ক'লে।

ঃ তাৰ পিছত?

ঃ আমি ঘটনাটো কোৱাত তেওঁ দুখ প্ৰকাশ কৰি গুচি গ'ল।

ঃ কিহত আহিছিল তেওঁ।

ঃ ক'লা এম্বেছাডৰ এখনত আহিছিল। গাড়ীৰ নম্বৰটো ৰাখিছোঁ ছাৰ।

চিপাহীটোৱে অলপ গৌৰৱেৰে ক'লে।

ঃ কিমান নম্বৰ?

ঃ এ. এছ. কে. ২০৩০। অ' নামটোও ৰাখিছোঁ তেওঁৰ। নয়নকুমাৰ হেনো। ডাক্টৰ। শিলপুখুৰীত চেম্বাৰ আছে তেওঁৰ।

ঃ মানুহজন দেখিবলৈ কেনে? – চিপাহীটোৱে কোৱা কথাখিনি নোটবুকত লিখি লিখি বৰুৱাই সুধিলে।

ঃ মানুহজন বেচ শকত-আৱত, বগা। তেওঁ খুব বেছি ওখ নহয়।

বৰুৱাই কালি লগাই থৈ যোৱা ছিল্‌টো ভাঙি মণিকাৰ কোঠাটোত সোমালোঁ। কিন্তু কোঠাটোৰ ভিতৰত সোমাই আমি অবাক হৈ গ'লোঁ। কোঠাটোৰ বস্তুবোৰ কোনোবাই বিশৃংখল কৰি পেলাইছে। আলমাৰিৰ কাপোৰবোৰ মজিয়াত সিঁচৰিত হৈ আছে।

আলমাৰিৰ ড্ৰুৱাৰৰ পাট দুখনো মেলখাই আছে। ড্ৰেছিং টেবুলৰ ড্ৰয়াৰটোও খোলা অবস্থাত আছে আৰু তাত থকা কস্মেটিক্‌ছৰ বস্তু কেইপদ মজিয়াত কোনোবাই পেলাই দিছে। অথচ কালি নিশা আমি ভাল অবস্থাতেই দেখিছিলোঁ কোঠাটো। কিন্তু সোমাল কোন কোঠাটোত!

ঃবৰ আচৰিত কথা হ'ল জ্যোতিবাবু! কোন সোমাব পাৰে কোঠাটোত? —মোৰ মুখলৈকে চাই ছাব্‌ইন্স্‌পেক্টৰ বৰুৱাই ক'লে। মই তেওঁৰ মুখলৈ চাই দেখিলোঁ— তেওঁ ভীষণভাৱে নাৰ্ভাছ হৈ পৰিছে। মই খিৰিকী এখনৰ ওচৰলৈ গৈ নিৰীক্ষণ কৰিবলৈ ধৰিলোঁ। হঠাতে খিৰিকীৰ ওচৰত মজিয়াত চিক্‌মিকাই থকা বস্তু এটালৈ মোৰ চকু গ'ল। মই হাউলি তাৰে এডোখৰ তুলি চাই দেখিলোঁ— সেয়া এডোখৰ ভগা কাঁচ। মই খিৰিকীৰ আয়নাবোৰলৈকে চালোঁ। এইবাৰ মোৰ মনত কথাবোৰ পৰিষ্কাৰ হৈ গ'ল। দুৰ্বৃত্তই খিৰিকীৰ কাঁচ এখন ভাঙি হাঁকোটা বা তেনে জাতীয় কিবা বস্তুৰে খিৰিকী-খন খুলি ভিতৰত সোমাইছে আৰু যাবৰ সময়ত বাহিৰৰপৰাই ঠেলা মাৰি খিৰিকীৰ তলৰ হুক্‌ডাল লগাই দি গৈছে। মই খিৰিকীখন খুলি দি বাহিৰলৈ চাই পঠিয়ালোঁ। খিৰিকীখনেদি দূৰৈৰ পাহাৰ-বোৰ, উজ্জ্বল ৰ'দ আৰু আকাশত উৰি ফুৰা ডাৱৰবোৰ বৰ ধুনীয়াকৈ দেখি। দূৰণিৰ পৰ্বতৰ ধূসৰ নীলা বৰণটো হঠাতে কিয় জানো মোৰ ভাল লাগি গ'ল! শৰতৰ আকাশত ডোখৰ ডোখৰ হৈ উৰি ফুৰা বগা বগা বৈৰাগী ডাৱৰবোৰ দেখি মোৰ মনটো উন্মনা হৈ পৰিল। মোৰ এনে লাগিল, মই যেন সেই মেঘমালাৰ লগতে উৰি যাম পৰ্বত-পাহাৰ, গাঁও-ভূঁই পাৰ হৈ, দেশ এৰি দেশান্তৰলৈ মোৰ কোনোবা অতি আপোনজনক বিচাৰি— যি মোৰপৰা লক্ষ লক্ষ মাইল আঁতৰত আছে; যি কেৱল মোৰেই বাবে প্ৰতীক্ষা কৰি আছে। সেই মোৰ বাবে অপেক্ষাৰতা চিৰউপেক্ষিতা লক্ষ লক্ষ যোজন আঁতৰত থকা মোৰ অনামী প্ৰিয়াৰ বাবে মোৰ

[illegible] মোৰ নিজকে [illegible]
[illegible] বিবহী যক্ষ যেন লাগিল। মোৰ বুকুখন গধুৰ হৈ যোৱা [illegible] লাগিল। এটা সময়ত মই অনুভৱ কৰিলোঁ।— মোৰ চকুৰ [illegible] ছটা সেমেকি উঠিছে! দূৰণিৰ পাহাৰ, আকাশৰ বুকুত ওপঙি [illegible] তুকুলা ডাৱৰৰ ফাঁকে ফাঁকে লুকাভাকু খেলা নীলাবোৰ মোৰ [illegible] ধূসৰ হৈ পৰিল।

ঃ জ্যোতি বাবু! আপুনি ইমান তন্ময় হৈ কি চাইছে? মই আপোনাক ইমানকৈ মাতিছোঁ, আপুনি জানো শুনা নাই? বৰুৱাই [illegible]ৰ কান্ধত হাত এখন থৈ মতাত মোৰ মনে অসীমৰ মায়া বন্ধন [illegible] সসীমলৈ উভতি আহিল।

ঃ জ্যোতি বাবু, সেই খোজকিটা দেখিছেনে? সেয়া আন কোনোবা মানুহৰ খোজ যেন পাইছোঁ! —খিৰিকীৰ বাহিৰত থকা খোজৰ চিন কেইটামানলৈ বৰুৱাই আঙুলিয়াই দেখুৱালে। মই খিৰিকী পাৰ হৈ বাহিৰলৈ গৈ খোজবোৰ লক্ষ্য কৰিলোঁ। এৰা, বৰুৱাই ঠিকেই কৈছে। কালি দেখা খোজবোৰ, মোৰ আৰু বাক্সীৰৰ জোতাৰ খোজৰ চিনৰ বাহিৰেও আন এযোৰ জোতাৰ খোজো আছে। এইযোৰ জোতাও ন-নম্বৰ মানৰ হ'ব বোধকৰোঁ। কিন্তু মোৰ বেচ মনত আছে, কালি আমি চোৱাৰ সময়ত এই খোজকিটা নাছিল। এই খোজৰ গৰাকীয়েই নিশা মণিকাৰ বন্ধ কোঠালীত সোমাইছিল নিশ্চয়! আমি খিৰিকীৰে অহা পোহৰত দেখিলোঁ, খোজৰ চিন মণিকাৰ কোঠাৰ মজিয়াত বহুতো আছে। বৰুৱাই জেপৰপৰা এটা অকণমান শক্তিশালী কেমেৰা উলিয়াই খোজবোৰৰ ফটো ললে। ফটো লোৱা হ'লত ডেওঁ জেপৰপৰা সক টেপ এটা উলিয়াই খোজৰ জোখ লৈ নোট বুকত নোট কৰি থৈ আকৌ জালদৰে দুৱাৰ-খিৰিকী জপাই তলা লগাই ছিল্ কৰিলে।

তাৰ পিছত আমি ঘৰটোৰ সিমূৰে থকা মালিনীৰ কোঠাটো চালোঁ। দ্বিতীয়বাৰ পুলিচ দেখি মালিনীয়ে বেচ ভয় খাইছে যেন অনুমান হ'ল।

ঃ বাৰু শ্ৰীমতী মালিনী দেৱী, যোৱা নিশা মণিকাৰ কোঠাত আমি যোৱাৰ পিছত কোন সোমাইছিল ক'ব পাৰানে ? —মই তীক্ষ্ণ দৃষ্টিৰে তাইলৈ চাই সুধিলোঁ।

ঃ আইদেউৰ বন্ধ কোঠাত মানুহ সোমাইছিল ? —মালিনী অবাক হৈ গ'ল।

ঃ এবা, তুমি একো নাজানানেকি ?

ঃ ওঁহো। মোৰ ভয়তে নিশা টোপনি অহা নাছিল। অবশ্যে দুই-এবাৰ খিৰিক-খাৰাক শব্দ হোৱা শুনিছিলোঁ। কিন্তু আইদেউ মৰাত মই ইমান ভয় খাইছিলোঁ যে মই দুৱাৰ-ঘৰ মাৰি শুইছিলোঁ। সেয়ে মই শব্দ শুনিও ওলাই যোৱা নাছিলোঁ বাহিৰলৈ। তদুপৰি মই ভাবিছিলোঁ, আমাৰ দাৰোৱানটো আৰু আপোনালোকে থৈ যোৱা চিপাহীকেইজন বাহিৰতে আছে যেতিয়া, সিহঁতেই তেনে শব্দ কৰিব পায়।

আমি কোঠাটো চাবলৈ ধৰিলোঁ একো নামাতি। কোঠাটো যথেষ্ট লেতেৰা। কোঠাটোৰ চিলিঙত মকৰাজাল ওলমি আছে। বিছনাখনো বিশৃংখল হৈ আছে। কোঠাটোৰ এমূৰত তৰি দিয়া ৰচি এডালত মালিনীৰ মেখেলাচাদৰ, ব্লাউজ, পেটিকোট আদি বস্তুবোৰ চিঙ্জিল নোহোৱাকৈ আছে। এচুকত থকা মামৰে খোৱা টিনৰ বাকচটোৰ ওপৰত থকা আঁচি ফণি, বাকচৰ কাষত গোন্ধ তেলৰ বটল আৰু দুইএপদ প্ৰসাধন সামগ্ৰীও আছে। বৰুৱাই সেইবোৰ আঁতৰাই বাকচটো খুলি থমকি ৰ'ল।

ঃ তুমি ইমানবোৰ টকা ক'ত পালা ? — বাকচটোৰপৰা দহটকীয়া আৰু পাঁচটকীয়া নোটৰ বাণ্ডিল দুটা উলিয়াই বৰুৱাই সুধিলে। কিন্তু তাই একো উত্তৰ নিদি কোঠাটোৰ চুক এটাৰ বেৰত লাগি থকা ছেল্‌ফ এখনত থকা ফুলদানী এটালৈ চাই থাকিল। তাই উত্তৰ নিদিয়া দেখি বৰুৱাই ধমক দিলে।

ঃ মোক মণিকা আইদেৱে দিছিল ! —তাই আকৌ ফুলদানীটো-লৈকে চাই ক'লে লাহেকৈ। তাইৰ উত্তৰ শুনি আমি অবাক হ'লোঁ।

ঃ মণিকাই কিহৰ বাবে তোমাক ইমান গাল টকা দিলে ?

তাই আগৰ নিচিনাকৈ মৌন হৈ ভয়ে ভয়ে ফুলদানীটোলৈকে চালে। তাই বাৰে বাৰে ফুলদানীটোলৈ চোৱা দেখি মোৰ সন্দেহ হ'ল। সেয়ে মই ফুলদানীটো নমাই আনি তাত থকা নাৰ্জিফুল কেইপাহলৈ চালোঁ।

ঃ মুছুৰ, মুছুৰ সেইটো। - প্ৰায় চোঁ-মাৰি অহাৰ নিচিনাকৈ মালিনীয়ে বৰুৱাৰ কাষৰপৰা আহি মোৰ হাতত ধৰিলেহি। ময়ো আঁজোৰ মাৰি হাতখন মোকলাই ফুলৰ থোপাটো উলিয়াই পেলালোঁ। কিন্তু লগে লগে মোৰ চকু থৰ হৈ গ'ল। মই ফুলদানীটো মোৰ বাঁও হাতৰ তলুৱাত উবুৰিয়াই দিলোঁ।

ঃ বৰুৱা, শ্লিপিং টেব্‌লেটৰ বটলটো ! —বিস্ময়ত মোৰ মাত কঁপি উঠিল। মই উত্তেজিত হৈ পৰিলোঁ হঠাতে।

ঃ তাৰ মানে মণিকাক তুমিয়েই শ্লিপিং টেব্‌লেট খুৱাই হত্যা কৰিছা ! —মই ৰূঢ় সুৰত ক'লোঁ কথাষাৰ।

ঃ নহয় নহয়, মই একো নাজানো।

ঃ তেনেহলে এই বটলটো কেনেকৈ ওলাল ইয়াত, যদি একো-ৱেই নাজানা ?

এইবাৰ তাইৰ মুখৰ ৰং সলনি হ'ল। তাই ভয়তে কঁপিবলৈ ধৰিলে।

ঃ তুমি সঁচা কথা কোৱা, তোমাৰ শাস্তিৰ পৰিমাণ কমি যাব। বৰুৱাই অলপ কোমল সুৰত ক'লে। তাই কিন্তু একোৱেই নক'লে।

এইবাৰ মই ক'লোঁ— চোৱা মালিনী, তোমাক মণিকাই ভাল পাইছিল নিজৰ বাইদেৱকৰ দৰে ; কিন্তু তুমি তেওঁৰ অপকাৰ কৰিলা। তুমি হয়তো স্বীকাৰ নকৰিলে তোমাৰ শাস্তি নহ'বও পাৰে ; কিন্তু তুমি ঈশ্বৰক তাৰ কি কৈফিয়ৎ দিবা ? কোৱা, কেলেই তুমি মণিকাক হত্যা কৰিলা শ্লিপিং টেব্‌লেট খুৱাই ?

কিন্তু মোৰ পদ্ধতিয়েও কাম নিদিলে। বৰঞ্চ মই আশা কৰাৰ ওলোটা ফলহে হ'ল। হঠাতে তাইৰ কঁপনি বন্ধ হৈ গ'ল। তাইৰ মুখমণ্ডল কঠিন হৈ পৰিল। তাই পৰম ঘৃণাৰে আমালৈ চালে।

ঃ মই হত্যা কৰা নাই। —বহু সময়ৰ পিছত তাই ক'লে।

ঃ তেনেহ'লে কোনে হত্যা কৰিলে ?

এইবাৰ তাই একো নামাতিলে।

ঃ শ্লিপিং টেব্‌লেটৰ বটলটো ওলাল কেনেকৈ তোমাৰ কোঠাত ? তুমিতো কালি কৈছিলা বটলটো ক'লৈ গ'ল নাজানা বুলি। অথচ আজি তুমি বাৰে বাৰে ফুলদানীটোলৈকে চাই আছিলা। তুমি জানিছিলা শ্লিপিং টেব্‌লেটৰ বটলটো তাতে আছে বুলি। কিয় মিছা মাতিছিলা কালি ?

কিন্তু আমাৰ ভুল হৈছিল মালিনীক পোনতে দেখি। আমি যিমান সৰল বুলি ভাবিছিলোঁ, তাই আচলতে সিমানেই খল চৰিত্ৰৰ নাৰী। সেয়ে তাই আমাৰ আৰু কোনো প্ৰশ্নৰেই উত্তৰ নিদিলে।

ঃ জ্যোতি বাবু, এইক থানালৈ নিতে ঠিক বনাব লাগিব। এটা কাম কৰক, আপুনি মোৰ মটৰ বাইকখন লৈ যাওক। মই চিপাহী এটাৰে সৈতে পাব্‌লিক বাছত এইক গুবাহাটীলৈ লৈ যাওঁ।

মই বৰুৱাৰ কথা শলাগি বাহিৰলৈ ওলাই আহিলোঁ। মোক দেখি চিপাহী দুটা পোন হৈ থিয় হ'ল। অলপ আঁতৰত থিয় দি থকা দাৰোৱানটোৱেও আমন-জিমন কৰি মোৰ ওচৰলৈ আহিল।

ঃ তোমালোকে কোনোবাই নিশা কিবা শব্দ শুনিছিলা নেকি ? —মই সিহঁতক সুধিলোঁ।

ঃ আমি ক'ব নোৱাৰোঁ ছাৰ, কাৰণ আমি পুৱাহে ইয়ালৈ আহিছোঁ। নিশা আন দুজন চিপাহীহে আছিল।

ঃ তুমি শুনিছিলানে কিবা ? —মই দাৰোৱানটোক সুধিলোঁ।

ঃ নাই শুনা ছাৰ! মই পুলিছ বাবুবিলাকৰ লগত তাচ খেলি আছিলোঁ নিশা।

চিপাহীকিটাই তেন্তে তাচ খেলিয়েই ডিউটি কৰিলে নিশা! মোৰ বিৰক্তি লাগিল ডিউটি কৰাৰ নমুনা দেখি।

ঃ বাক দাৰোৱান, তোমালোকৰ ড্ৰাইভাৰটো আহিলনে?

ঃ নাই অহা ছাৰ! গাড়ীখন কাৰখানাত আছে। গুৱাহাটীত তাৰ ককায়েক আছে বাবে তাতেই আছে আজি তিনিদিনমানৰপৰা।

মই দাৰোৱানক সুধি ড্ৰাইভাৰৰ নাম-ঠিকনা লিখি ললোঁ মোৰ নোটবুকত।

ঃ এই চিপাহী, তইতৰ এজন ইয়াত থাকিবি। মানে তয়েই থাক আৰু এই ব'ল মোৰ লগত। এই মানুহজনীক ভালকৈ চাবি, যাতে পলাব নোৱাৰে।

ছাব ইন্সপেক্টৰ বৰুৱাই মালিনীক লগত লৈ চোতাল পাই চিপাহী এটাক আদেশ দিলে। ময়ো বৰুৱাৰ মটৰ বাইকখনত ষ্টাৰ্ট দি চলাই দিলোঁ। কিন্তু 'ক'জি ভিলা' ওলাই কিছুদূৰ অহাৰ পিছত ৰাস্তাৰ ওপৰত পৰি থকা ৰুমাল এখন দেখি মোৰ সন্দেহ হ'ল। মই ৰুমালখন তুলি ভালকৈ নিৰীক্ষণ কৰি দেখিলোঁ, ৰুমালখনৰ এটা কোণত ইংৰাজীৰ 'এন বি' আখৰ দুটা সেউজীয়া সূতাৰে লিখা আছে। এনেতে মই মটৰবাইকৰ ইঞ্জিনৰ শব্দ শুনিলোঁ। দেখিলোঁ, কোনোবা এজনে তীব্ৰ বেগেৰে মই নামি থকা আলিটোৰ নিচেই তলৰ কে কুৰীটোৰপৰা ওলাই গুৱাহাটীৰ ফাললৈ মটৰ ছাইকেলেৰে যাব ধৰিছে। মোৰ হঠাতে সন্দেহ হ'ল মানুহজনৰ ওপৰত। মানুহজন চাগে 'ক'জি ভিলা'লৈ আহি আছিল! কিন্তু মোৰ মটৰ বাইকৰ শব্দ শুনি বৈ উভতি গ'ল তীব্ৰ গতিৰে। এই ৰুমালখনো তেওঁৰেই বোধকৰোঁ। ময়ো জোৰেৰে চলাই দিলোঁ মটৰ বাইকখন মানুহজনক ধৰিবলৈ।

# পাঁচ

আগৰ মটৰ ছাইকেল আৰোহীয়ে মোক বেচ শিকাইছে। মই ইমান দূৰৰপৰা তাক লগ ধৰিবলৈ চেষ্টা কৰিছোঁ, অথচ পৰা নাই। মই যিমানে মটৰ ছাইকেলৰ স্পিড বঢ়াইছোঁ, সিও স্পিড্ বঢ়াই দিছে সিমানেই অধিক।

খানাপাৰা পাৰ হৈ আহি আমি জনবহুল পথ পালোঁ। অনবৰতে ট্ৰাংক ৰোডেদি গাড়ী মটৰ ইখনৰ পাছত সিখনকৈ অহা-যোৱা কৰিব লাগিছে। সেইবোৰক মই অতি সাবধানে অতিক্ৰম কৰিছোঁ। আগৰ আৰোহীয়ে কিন্তু সেইবোৰ অকণো ভ্ৰূক্ষেপেই কৰা নাই। গাড়ী-ঘোঁৰাবোৰ সি অবলীলাক্ৰমে অতিক্ৰম কৰিব ধৰিছে। মই বেচকৈ বুজিলোঁ, সি এক সুদক্ষ মটৰ ছাইকেলিষ্ট।

উলুবাৰী চাৰিআলি পোৱাৰ লগে লগে সি বাণীকান্ত কাকতি ৰোড অভিমুখে মটৰ ছাইকেলখন তীব্ৰ গতিৰে চলাই নিলে। গতিৰ তীব্ৰতা দেখি পইণ্টত থকা চিপাহীটোৱে হুঁইচেল বজালে। কেই মুহূৰ্ত্তমানৰ পাছতে ময়ো বাণীকান্ত কাকতি ৰোডেদি মটৰ ছাইকেলখন নিবলৈকে চেষ্টা কৰিলোঁ; কিন্তু হঠাতে বিপৰীত ফালৰপৰা অহা ট্ৰাক এখনে মোৰ পথ ৰোধ কৰিলে আৰু মই লগে লগে ব্ৰেক মাৰিলোঁ। ফলত পিছৰ চকা শ্লিপ কৰি এক বিকৃত শব্দ কৰি মটৰ ছাইকেলখন মাটিত বাগৰি গ'ল আৰু মই কিছু আঁতৰত বিপৰীত ফালে ছিটিকি পৰিলোঁ। দুৰ্ঘটনাটোৰ ফলত মটৰ ছাইকেলৰ খুন্দা লাগি পিছফালৰপৰা আহি থকা বিক্সা এখনৰ পিছৰ বাঁওফালৰ চকাটো বেঁকা হৈ গ'ল আৰু বিক্সাত অহা কলেজীয়া গাভৰু এজনী বৰ লাজ লগাকৈ মোৰ কাষতে পৰি গ'ল। মই সেইবোৰলৈ নাচাই মাটিৰপৰা উঠি লৰমাৰি গৈ, মটৰ ছাইকেলখন তুলি ষ্টাৰ্ট দিলোঁ। ড্ৰাইভাৰেও বিপদৰ আশংকা কৰি ট্ৰাকখন

বেগেৰে চলাই লৈ গ'ল। এনেতে পইন্টৰ কাষত থকা দ্বিতীয় চিপাহীটোৱে মোৰ ওচৰলৈ দৌৰি আহি মটৰ ছাইকেলৰ হেণ্ডেলত ধৰিলে। ওচৰে-পাজৰে থকা জনতায়ো 'কুকুৰক ধৰ', 'চালাক পিট' আদিবোৰ কৈ আমাৰ ওচৰলৈ দৌৰি আহিল। মই এক মুহূৰ্তৰ ভিতৰতে মোৰ কৰ্তব্য ঠিক কৰি পেলালোঁ।

ঃ আপুনি এতিয়া থানালৈ যা ··· বাক্যটো শেষ কৰিবলৈ নৌ পাওঁতেই মই চিপাহীটোৰ মুখত এক প্ৰচণ্ড ঘোঁচা শোধালোঁ। ঘোঁচা খাই তাল ৰাখিব নোৱাৰি চিপাহীটো মাটিত বাগৰি পৰিল আৰু ময়ো তীব্ৰ বেগেৰে বাণীকান্ত কাকতি ৰোডেদি মটৰ ছাইকেলখন চলাই লৈ গলোঁ।

কেইছেকেণ্ডমানৰ ভিতৰতেই মই গোপীনাথ ভৱনৰ ওচৰ পালোঁ। সেইখিনিতে মোৰ খেলি-মেলি লাগি গ'ল, মই যোৱা-বাটবেপৰা অনুসৰণ কৰি অহা ব্যক্তিজন ৰিহাবাৰীয়েদি গ'ল নেকি!

ঃ ভাইটি, ৰিহাবাৰীলৈ ক'লা মটৰ ছাইকেল এখন অলপ আগেয়ে খুব জোৰেৰে যোৱা দেখিছিলা নেকি?

মটৰ ছাইকেলখন ৰখাই মই আলিৰ দাঁতিত থিয় দি চুখা মলি থকা পোন্ধৰ-ষোল বছৰ বয়সৰ ল'ৰা এটাক সুধিলোঁ।

ঃ ছিধাই গৈছে মটৰ ছাইকেল এখন!

তাৰ কথা শুনি মই আকৌ জোৰেৰে চলাই দিলোঁ। মটৰ ছাই-কেলখন। 'বনশ্ৰী' নামৰ পকী দালানটোৰ ওচৰ পাই দেখিলোঁ। মই বিচৰা মানুহটো ছেৰিকাল্‌চাৰ অফিছৰ ওচৰৰ তিনিআলিটোৰ ওচৰত মটৰ ছাইকেলখন ষ্টেণ্ড কৰি মই যোৱালৈ চাই আছে। মই আকৌ স্পিড্ বঢ়াই দিলোঁ। কিন্তু সি মোক দেখি তাৰ মটৰ ছাইকেলখন ষ্টাৰ্ট দি ইলেক্‌ট্ৰিছিটি বোৰ্ডৰ ফাললৈ চলাই দিলে। তাতকৈ পধ্বাছ গজমান পিছ পৰি ময়ো তাক অনুসৰণ কৰিলোঁ। এটা সময়ত সি ভৰলু নদীৰ ওপৰত থকা কাঠৰ দলংখন পাৰ হৈ ষ্টেট ট্ৰেন্সপোৰ্ট ছেণ্ট্ৰেল ৱ'ৰ্কছপৰ কাষেদি ৰূপনগৰলৈ যোৱা মাটিৰ কেঁচা

ৰাস্তাটোৰেদি গুচি গ'ল। ময়ো গ'লোঁ সেইদৰে। যোৱা নিশাৰ বৰষুণত ৰাস্তাটোত এক আঁঠু বোকা হৈছিল। সেয়ে যথেষ্ট সাবধানতাৰে মই মটৰ ছাইকেলখন চলাবলগীয়া হলোঁ। মোৰ আগৰ আৰোহীয়েও যথেষ্ট অসুবিধা পাইছে যেন মোৰ অনুমান হ'ল। এটা সময়ত সেই জঘন্য আলিটো পাৰ হৈ আমি ৰূপনগৰ পালোঁ। কিন্তু দুৰ্ভাগ্য মোৰেই, হঠাতে বাঁওফালৰ তৃতীয় গলিটোৰপৰা তেৰ-চৌদ্ধ বছৰ বয়সীয়া ফ্ৰক্ পিন্ধা ছোৱালী এজনী চেৰেলা, খাব নোপোৱা চেহেৰাৰ গৰু এজনী খেদি খেদি মোৰ আগত পৰিলহি। গৰুজনী আৰু ছোৱালীজনীয়ে এনেদৰে মোৰ পথ ৰোধ কৰিলে যে মই ব্ৰেক্ মাৰিবলৈ বাধ্য হলোঁ।

ঃ এই বান্দৰী, গুচ গুচ সোনকালে। —মই অনুসৰণ কৰা ব্যক্তিয়ে কেঁকুৰীটো পাৰ হৈ পাহাৰটোৰ দাঁতিযেদি নাইকিয়া হোৱা বাবে যথেষ্ট বিৰক্তিৰে তাইক ক'লোঁ। তাই এনেযেই যথেষ্ট ভয় খাইছিল। তাতে মই তাইক ধমক দিযাত বেছিকৈ ভয় খাই গৰুজনী এৰি তাই অহা বাটেই ঘৰ বুলি ভিৰাই লৰ মাৰিলে। ময়ো মটৰ ছাইকেলখন আকৌ চলাই দিলোঁ। কিন্তু কেঁকুৰীটো ঘূৰিবৰ সমযত মই 'ধম'কৈ ডাঙৰ শব্দ এটা হোৱা শুনিলোঁ। সেয়ে মই সাবধানে মটৰ ছাইকেলখন চলাই নিলোঁ আৰু কিছুদূৰ গৈ দেখিলোঁ, শিলৰ কোৱাৰী এটাৰ ওচৰত আগৰ মটৰছাইকেলখন মাটিত বাগৰি আছে। তাৰ পিছৰ চকাটো ফুটি টিউবটো ওলাই আছে। মোৰ মটৰ ছাইকেলখন ষ্টেণ্ডত থৈ মই ঘাইল হোৱা মটৰ ছাইকেলৰ আৰোহী ক'ত আছে চালোঁ।

ঃ কা ভৈল হো বাবুৱা ? কা খুজতাৰ ? —ইফালে-সিফালে চাই মানুহটোক নেদেখি মই কাষতে থকা জুপুৰিটোত সোমাব খোজোঁতেই অলপ আঁতৰত চিপ্ ৰাঙেৰে শিল ভাঙি থকা আটিল দেহৰ কুলী এটাই সুধিলে।

ঃ ইয়ে মটৰ ছাইকিলৱালা কাঁহা ভাগা তুম বতা চকতে হো ? মই তাৰ কাষ চাপি সুধিলোঁ।

ঃ কৌন ছাইকিলৱালাকী বাত কহ্‌তাৰ হো বাবুৱা ?

অলপ আচৰিত হোৱাৰ ভাও ধৰি কুলীটোৱে সুধিলে।

ঃ এহি ছাইকিলকা চৱাৰী কঁাহা ভাগ গৈল উ বাত নাহি জানত্‌হ কা ভেইয়া ? ময়ো বিৰক্ত হৈ তাৰ দোৱানতেই সুধিলোঁ।

ঃ হেকৰক্তে চৱাৰী কৌন হ্যায় উ হামাৰ মালুম নেইখে বা। থোৰা আগে মে হ্যে ছাইকিল কা চাক্কা ফাট্‌লি শুব হাম মৰকে দেখ্‌লি, তো হে ছাইকিল জমিন মে গিৰা দেখ্‌লি। লেকিন চৱাৰী উৱাৰী কুছ্‌ নেহি দেখলিবাবেচন।

কিন্তু তাৰ কথা বিশ্বাস কৰিবলৈ মোৰ মনে নক'লে। সেয়ে মই জুপুৰিটোত সোমাবলৈ বুলি এখোজ আগবঢ়ালোঁ! মানুহটো নিশ্চয় ইয়াতে থাকিব পায়!

ঃ বচ্‌কে ভাইজান! —হঠাতে আঁতৰৰপৰা কোনোবাই চিঞৰিলে। চিঞৰ শুনি মই আগলৈ জঁাপ মাৰি দিলোঁ আৰু লগে লগে খটংকৈ শব্দ এটা হ'ল। মই তড়িৎ গতিৰে উভতি চাই দেখিলোঁ, মোৰ লগত অলপ আগেয়ে কথা পতা কুলীটোৱে দ্বিতীয়বাৰ মোক আঘাত কৰিবলৈকে চিপৰাংখন মূৰৰ ওপৰলৈকে দাঙিছে। তাৰ মুখখন খুব জিঘাংসু, অতি বীভৎস দেখাইছে। মই আকৌ আঁতৰি দিলোঁ আৰু পিছমুহূৰ্ত্ততে চিপৰাঙৰ কোব পৰি ডাঙৰ শিল এটাৰ এডোখৰ এৰাই গ'ল। ময়ো সুযোগ বুজি চিপৰাংখনত থাপমাৰি ধৰি কুলীটোৰ তলপেটত শৰীৰৰ সৰ্বশক্তিৰে গোৰ মাৰিলোঁ। গোৰ খাই সি চিৎ হৈ পৰি গ'ল। এইবাৰ মই চিপৰাংখনেৰে তাক আঘাত কৰিবলৈ চেষ্টা কৰিলোঁ। কিন্তু মোৰ ভুল হৈছিল তাক পোনতে দেখি। তাক মই পোনতে এক সাধাৰণ কুলী বুলিয়েই ভাবিছিলোঁ। কিন্তু মোৰ ভুল ভাগিল তেতিয়া, যেতিয়া দেখিলোঁ মই মৰা চিপৰাঙৰ প্ৰতিটো আঘাতেই সি কৌশলেৰে এৰাই গৈছে। একোবত মই তৰ্কিব নোৱৰাকৈয়েই সি মোক জপটিয়াই ধৰি মাটিত বগৰাই দিলে! মোৰ হাতৰপৰা চিপৰাংখন কিছু আঁতৰত ছিটিকি পৰিল।

সি মোক ইমান জোৰেৰে চেপি ধৰিলে যে মোৰ হাড় গুড়ি হৈ যোৱা যেন লাগিল। মই কোনোমতে তাৰ বজ্রকঠোৰ আবেষ্টনীৰপৰা নিজকে মুক্ত কৰিলোঁ। পিছৰবাৰ সি মোক আঘাত কৰাৰ আগেয়ে ভুডুৰ এটা পেঁচতেই মই তাক ধৰাশায়ী কৰিলোঁ। সি ততালিকে পৰাৰপৰা থিয় হৈ মোক আকৌ আক্রমণ কৰিবলৈ চেষ্টা কৰোঁতে তড়িৎ গতিৰে জেপৰপৰা পিষ্টলটো উলিয়াই 'বাট'টোৰে কুলীটোৰ মূৰত জোৰেৰে আঘাত কৰিলোঁ। সি এক অস্ফুট শব্দ কৰি মাটিত লুটিখাই পৰিল। লগে লগে সি জ্ঞান হেৰুৱালে। তাৰ চকুহাল মুদ খাই আছিল।

ঃ ৰুক যা, নহীতো তুঝে গুলিছে উড়া দুংগা। —অলপ আঁতৰত শিল ভাঙি থকা দ্বিতীয় কুলীটোৱে কাম এৰি পলাব খোজোঁ-তেই তালৈ পিষ্টল টোৱাই মই ধমক দিলোঁ। সি ভয়তে ৰৈ গ'ল।

ঃ তহৰ গোৰ ধৰইছি বাবু! হাম কুছ না জানইছি। --কুলীটোৱে কঁপি কঁপি মোৰ ভৰিত দীঘল দি পৰি ক'লে। মই তাৰ মুখলৈ ভালকৈ লক্ষ্য কৰি বুজি পালোঁ। বেচেৰা সম্পূর্ণ নির্দোষী!

ঃ বা-বু-উ!

কুলীটোৱে অদ্ভুতভাবে চিঞৰি দিলে আৰু হঠাতে চৌদিশ কঁপাই থি-চি-উ থি-চি-উ কৰি দুবাৰ পিষ্টলৰ গুলি ফুটাৰ শব্দ হ'ল। মোৰ পিছফালে কোনোবা এটাই আর্তনাদ কৰি উঠিল আৰু লগে লগে মই অলপ আঁতৰত থকা বিয়াগোম শিলটোৰ পিছফাললৈ জঁপ দিলোঁ।

কিছুসময় একো নুশুনি মই এখোজ দুখোজকৈ শিলটোৰ পিছ-ফালৰপৰা ওলালোঁ। বাহিৰলৈ ওলায়েই মই আচৰিত হৈ গলোঁ ভীষণভাবে। মই যোৱাবাটৰেপৰা অনুসৰণ কৰি অহা মানুহটো মাটিত উবুৰি হৈ পৰি আছে আৰু তাৰ পিঠিৰপৰা হোলোকা হোলোকে তেজ ওলাই বালিৰ সতে মিহলি হৈ গৈছে। তেজেৰে তাৰ বগা ছার্ট ৰঙা হৈ গৈছে। মই ধমক দিয়া কুলীটো ভয়তে পেঁপুৱা লাগিছে। মই মানুহটোৰ ওচৰলৈ গৈ তাৰ নাকত হাত দি দেখিলোঁ- সি ইতিমধ্যে মৰিলেই! তাৰ গাত এটা গুলি লাগিছে আৰু সেই গুলিটোৱেই

তাৰ মৃত্যুদূতৰ কাম কৰিছে। গুলিটো পিঠিৰে সোমাই কলিজাত আঘাত কৰিছে যিমানদূৰ সম্ভৱ! মৃতদেহটোৰ সোঁহাতৰ মাজত মুঠি মৰা অবস্থাত তীক্ষ্ণ ডেগাৰ এখন আছে। মানুহটোৱে বোধকৰোঁ মোক পিছফালৰপৰা ডেগাৰেৰে হত্যা কৰিব খুজিছিল আৰু তেনে অবস্থাতেই কোনো অজান আততায়ীৰ গুলিত সি প্ৰাণ হেৰুৱালে!

কিন্তু কোনে গুলিয়ালে তাক? নিৰ্ঘাত মৃত্যুমুখৰপৰা মোক কোনে বচালে?

মই চাৰিওফালে সাবধানে নিৰীক্ষণ কৰিবলৈ ধৰিলোঁ। এনেতে কিছু আঁতৰৰ জোপোহা এটাৰ পিছফালে মই মটৰ ছাইকেল ষ্টাৰ্ট দিয়াৰ শব্দ শুনিলোঁ। মই পিষ্টলটো আন্‌লক্‌ড কৰি জোপোহাটোলৈকে আগবাঢ়িলোঁ। কিন্তু মই গৈ পোৱাৰ আগেয়ে মটিয়া ৰঙৰ ছাৰ্ট আৰু ক'লা পেন্ট পিন্ধা মানুহ এটাই বৰদলৈ ছেষ্ট হস্পিটালৰ ফাললৈকে জোৰেৰে ক'লা মটৰ ছাইকেল এখন চলাই অকোৱা-পকোৱা কেঁচা আলিটোৱে নেদেখা হ'ল। মই লৰ মাৰি মোৰ মটৰ ছাইকেলখনৰ ওচৰলৈ আহিলোঁ। কিন্তু মই হতাশ হ'লোঁ। মোৰ মটৰ ছাইকেলখনৰ আগৰ চকাটো ফুটি আছে। খুবসম্ভৱ পলাতক ব্যক্তিজনে দ্বিতীয় গুলিটোৱে মোৰ মটৰ ছাইকেলৰ আগৰ চকাটো ফুটাই দিছে!

অলপ সময়ৰ ভিতৰতে ঘটনাস্থলত বহুতো কৌতূহলী লোক গোট খালে। তেওঁলোকৰ মাজত যথেষ্ট চাঞ্চল্য দেখা গ'ল। কিন্তু তেওঁলোকৰ কোনেও সাহ কৰি আমাৰ কাষ চাপি নাহিল। মই ভালেই পালোঁ। কিছুসময় তেওঁলোকক ভালকৈ নিৰীক্ষণ কৰি মই মৃতদেহটো লুটিয়াই দিলোঁ; কিন্তু মানুহটোক মই চিনি নাপালোঁ। খুবসম্ভৱ মৃতক সিক্কি হ'ব। তাৰ জেপকিটা খানাতালাচ কৰি ৰুমাল এখন, কেইটামান টকা, ফণি এখন আৰু নোট বুক এখন পালোঁ। নোট বুকত নাম লিখা আছে 'হৰকিষাণ ৰাঠোৰ'; ঠিকনা কিন্তু ক'তোৱেই নাপালোঁ তাৰ।

অজ্ঞান হৈ থকা ফুলীটোক খানাতালাচ কৰি কঁকালৰ খোচনাত

চাবি এপাট পালোঁ। চাবিপাটৰ আকাৰ দেখি মোৰ আচৰিত লাগিল। সাধাৰণ চাবিৰ নিচিনা নহয় সেইপাট, কিছু বেলেগ।

ঃকি অ' জ্যোতি? কি হ'ল? - কোনোবাই মোৰ নাম কাঢ়ি মতা শুনি মই মূৰ তুলি চালোঁ। অৰুণ! স্থানীয় ডেকা। মোৰ বন্ধু। মই তাক হৈ যোৱা ঘটনাবোৰ ক'লোঁ।

ঃইয়াক কিয় খুলি ৰাখিছ? বান্ধ ইয়াক, পলাব নহলে। অজ্ঞান হৈ থকা কুলীটোলৈ আঙুলিয়াই সি ক'লে।

ঃতয়েই বান্ধচোন ইযাক। মই অলপ ঘৰটো ছাৰ্চ কৰোঁ।

অৰুণে লগে লগে অলপ আঁতৰৰ গছ এজোপাৰ গাত লাগি থকা শকত লতা এডাল ছিঙি আনি অচেতন কুলীটোৰ হাত-ভৰি বান্ধি পেলালে। ভয়তে পেঁপুৱা লগা কুলীটোকো সি শুদাই নেৰিলে। তাৰ কাণ্ড দেখি মোৰ হাহি উঠি গ'ল। সেয়ে মোৰ হাঁহি লুকুৱাবলৈকে মই ভগা জুপুৰিটোত প্ৰবেশ কৰিলোঁ।

জুপুৰিটোৰ ভিতৰত একোৱেই নাই বুলিব লাগে। মাথোঁ এচুকত এখন তক্তা আৰু এখন আধা ভগা চকী আছে। কিন্তু পাহাৰৰ গাতে লাগি থকা বেৰখনৰ ভগা অংশ এটা দেখি মোৰ সন্দেহ উপজিল। সেই অংশটোৱে পাহাৰৰ গাৰ শিল এচটা ওলাই আছে। মই ভালকৈ নিৰীক্ষণ কৰি শিলচটাত দুহাতেৰে ধৰি টানিলোঁ। অলপ পৰ চেষ্টা কৰাৰ পাছতে শিলচটা ওলাই আহিল আৰু তাৰ পিছফালে থকা গাঁত এটা ওলাই পৰিল। গাঁতটোৰ ভিতৰত এন্ধাৰ থকা বাবে মই ধৰিব নোৱাৰিলোঁ তাত কি আছে। সেয়ে মই জেপৰ পৰা মোৰ চাবিকোছা উলিয়ালোঁ। চাবিৰ ৰিঙত লাগি থকা সিকিটোৰ নিচিনা চেপেটা, দেখাত সাধাৰণ বস্তুৰ নিচিনা আধা ইঞ্চিমান কম ব্যাসৰ ক'লা বস্তুটো বুঢ়া আঙুলিৰে হেঁচি ধৰিলোঁ। লগে লগে এটা ডাঙৰ বেজিৰ নিচিনা মিনি টৰ্চ লাইটটো জ্বলি উঠিল। মই টৰ্চৰ পোহৰ গাঁতটোত পেলালোঁ। মই যি সন্দেহ কৰিছিলোঁ সেয়াই দেখিলোঁ! এন্ধাৰ গাঁতটোৰ ভিতৰত লোহাৰ সৰু চন্দুক এটা

আছে। মোক হত্যা কৰিবলৈ চেষ্টা কৰা কুলীটোৰ খোচনাত পোৱা চাবিপাট মই চন্দুকৰ কি-হোলত ভৰাই ঘূৰাই দিলোঁ। খট্‌কৈ সৰু শব্দ এটা কৰি চন্দুকটোৰ তলাটো খুলি গ'ল। দুৱাৰখন খুলি চন্দুকত মই মোৰটোৰ নিচিনাই নাইট্ৰো এক্সপ্ৰেছ অট'মেটিক পিষ্টল এটা পালোঁ। লগতে সৰু কাগজ এখিলাও পালোঁ। কাগজখিলাত ক'লা চিয়াহীৰে উৰ্দ্দুতে লিখা আছে—

এক নম্বৰ ঃ বিনোদবিহাৰী বেনাৰ্জী।

গদ্দাৰ ঃ মণিকা শইকীয়া।

ছুনো হমাৰী দুস্মন।

'গদ্দাৰ'ৰ অৰ্থ হ'ল বিশ্বাসঘাতক! কিন্তু মণিকাই কেনে ধৰণৰ বিশ্বাসঘাতকতা কৰিলে? কথাবোৰ ক্ৰমে দেখোন জটিলৰপৰা জটিলতৰ হৈ পৰিছে! কথাখিনি কোনে লিখিলে এনেদৰে? মণিকাৰ লগত তাৰ বা সিহঁতৰ কেনেকৈ সম্পৰ্ক ঘটিল? অলপ আগেয়ে আততায়ীৰ হাতত মৃত্যুমুখত পৰা হৰকিষাণ ৰাঠোৰে লিখিছিলনেকি এনেদৰে? একো অসম্ভৱ নহ'বও পাৰে। সিক্ৰিবোৰৰ লিপি হ'ল 'হৰফ্‌-এ-তাউজী' অৰ্থাৎ উৰ্দ্দু ভাষাৰ লিপিটো। কিন্তু— কিন্তু ই কেনে কথা? লিপিটো উৰ্দ্দু হলেও ভাষাটো সিক্ৰিহে হ'ব লাগিছিল! তাৰমানে হৰকিষাণে লিখা নাছিল এয়া? আন কোনোবা এজনেহে লিখিছিল! কিন্তু কোন সি? মোক হত্যা কৰিবলৈ চেষ্টা কৰা কুলীটোৱে লিখিছিলনেকি?

ঃ কি পালি অ'? —অৰুণ সোমাই আহিল। তাৰ মাতত মোৰ চিন্তাত বাধা পৰিল। মই তাক একো নকৈ কাগজখিলা আৰু পিষ্টলটো দেখুৱালোঁ।

ঃ গুলি আছেনে নাই ইয়াত? – পিষ্টলটোলৈ আঙুলিয়াই সি সুধিলে। তাৰ কথামতে মই মেগ্‌জিন খুলি চালোঁ। পুৰা কুৰিটা বুলেট লোড্‌ কৰা আছে।

ঃ তই এটা কাম কৰ, অৰুণ। তই সদৰ থানালৈ ফোন কৰি

ৰাজীৱক ইয়ালৈ সোনকালে আহিবলৈ ক। মই মাতিছোঁ বুলি কবি।

সি মোৰ কথা শলাগি ওলাই গ'ল। ময়ো কাগজখিলা আৰু পিষ্টলটো জেপত ভৰাই বাহিৰলৈ ওলাই আহিলোঁ।

ঃ কিউঁ ডাকুকা কুত্তা, হোচ্ মে আ গয়া তু? —জ্ঞান পাই হাত-ভৰিৰ বান্ধোন মোকলাবলৈ চট্‌ফট্ কৰা দেখি কুলীটোক মই ব্যংগৰ সুৰত সুধিলোঁ।

ঃ চুপ ৰহো চালে পুলিছকা কুত্তা। তুম্ হে তো পহলেহি গুলিছে উড়া দেনা চাহিয়ে থা। —সি দাঁত-মুখ কৰছি উত্তৰ দিলে।

ঃ আচ্ছা, এ বাৎ হ্যায়! ঠিক হ্যায় পহলে চচুৰাল মেঁ যা। খা-পি কৰ্ উহা মৌজ কৰ্। বাদমে মুঝে গুলিছে উড়া দেনা। পৰ খুদাকে লিয়ে অৱ্ এ তো বতা— তেৰে আঁকা কৌন হ্যায়, কিছ্‌নে তুঝে গুড্ডা যেইছা নচা ৰহা হ্যায়?

দলৰ মুৰব্বীয়ে তাক পুতলাৰ নিচিনাকৈ নচুৱা নাই যদিনো কি? লোকৰ বাবেই বেচেৰাৰ এই দুৰবস্থা! মোৰ বেয়াই লাগিল তালৈ।

ঃ আপুনি পুলিছৰ মানুহ নেকি? —কুলীটোৱে মোক 'পুলিছকা কুত্তা' বুলি গালি পৰা বাবেই বোধকৰোঁ এজন বয়সস্থ লোকে সাহ কৰি ওচৰলৈ আহি সুধিলে। মই তেওঁৰ ভৰিৰপৰা মূৰলৈ তীক্ষ্ণ দৃষ্টিৰে চালোঁ।

ঃ এৰা! —ছিগাৰেট এডাল জ্বলাই মই মিছাকৈয়েই পুলিছৰ লোক বুলি ক'লোঁ।

ঃ ইহঁত দুটাক কিয় বান্ধিছে? কি হৈছেনো? এই মানুহটো-কেইবা কোনে মাৰিলে?

ঃ ডকাইতৰ লোক! ডকাইতে মাৰিছে! মই লাহেকৈ উত্তৰ দিলোঁ।

ঃ ডকাইতৰ লোক? ক'ত ডকাইতি কৰিছিল? উস্, ৰাম, কি সাংঘাতিক! এইটো বোধকৰোঁ ডকাইতৰ ঘাটি? ৰাম ৰাম, আমি ইমান ওচৰত থাকিও জনা নাছিলোঁ সেইকথা! হেৰি পিচে, ইহঁতক কি কৰিব এতিয়া? এৰি দিবনেকি? —কি বিড়ম্বনা! মোৰ বিৰক্তি লাগিল।

ঃ গম পাবই নহয়! অলপ পাছতে পুলিছ আহিব সদলবলে। তেওঁলোককেই সুধিব কি কৰিব ইহঁতক লৈ।

মই ৰূঢ় সুৰত ক'লোঁ। সদলবলে পুলিছ আহিব বুলি শুনি মানুহজনে ভয়তে পিছুবাই গ'ল।

আধাঘণ্টাৰ ভিতৰতেই ৰাজীৱে আৰ্মড ফোৰ্ছ লৈ আহি পালে। সি অহাত মই স্বস্তিৰ নিশ্বাস এৰিলোঁ। ট্ৰাকৰপৰা বন্দুক আৰু সংগীনধাৰী পুলিছ দেখি মানুহবোৰ আঁতৰলৈ গ'ল। ৰাজীৱৰ লগতে আন এজন ছাব্-ইন্সপেক্টৰো আহিছে! মই ৰাজীৱক আদ্যোপান্ত বিবৰি ক'লোঁ! গুপ্তস্থানৰ চন্দুকত পোৱা কাগজখিলা আৰু পিষ্টলটো মই ৰাজীৱক দিলোঁ।

ঃ এইবোৰ লৈ তই কি কৰ কৰিবি; মই যাওঁ, কাম আছে। অ' তোৰ জীপখন দে মোক।

ঃ ঠিক আছে, লৈ যা তই জীপখন। এই চিপাহীহঁত, চাৰিওফালে ভালকৈ চা কি আছে। —ৰাজীৱে অৰ্ডাৰ দিলে। চিপাহীবোৰ ওচৰ পাজৰৰ জংঘলৰ মাজত সোমাই পৰিল ৰাইফলৰ আগত মুক্ত সংগীন লগাই। ইতিমধ্যে ৰূপনগৰৰ প্ৰায় সকলোবোৰ জীয়ৰী-বোৱাৰী, ল'ৰা, ডেকা-বুঢ়া ঘটনাস্থলত গোট খালেহি। ময়ো পুলিছৰ জীপখনৰ ড্ৰাইভিং ছিটত বহি ইঞ্জিন ষ্টাৰ্ট দিলোঁ।

# ছয়

ঃ ক'তা, আপোনাৰ দেখোন একো অসুখেই নাই ! ষ্টেথিচ্-কোপেৰে মোক পৰীক্ষা কৰি ডাক্টৰ নয়নকুমাৰ বৰাই ক'লে। মই তেওঁৰ মুখলৈ চালোঁ; ফ্রেন্সকাট্ ডাঢ়িৰে চছমা পিন্ধা বগা স্বাস্থ্যবান মানুহজন বেছ ধুনীয়া।

ঃ কিন্তু মোৰ দেখোন কিবা অসুখ থকা যেন লাগিছে, ডাক্টৰ!

ঃ সেয়া আপোনাৰ মনৰহে অসুখ! —ছিগাৰেট এডালত অগ্নি সংযোগ কৰি ডাক্টৰ বৰাই ক'লে।

ঃ মনৰ অসুখ! এৰা, হ'ব পাৰে! কিন্তু সেয়া মোৰ নহয়, আপোনাৰহে নেকি জানো।

ঃ মানে? – ডাক্টৰে চঁক্ খাই উঠিল।

ঃ মানে আন একো নহয়, মই ডাক্টৰৰ মুখলৈ চাই মনৰ ভাব পঢ়িবলৈ চেষ্টা কৰি ক'লোঁ, ডাক্টৰ, আপুনি মণিকা শইকীয়াক চিনি পায়?

ঃ এৰা, পাওঁ।

ঃ আপোনাৰ সতে তেওঁৰ কি সম্পৰ্ক অলপ ক'বনে?

ঃ চাওক মিষ্টাৰ—

ঃ বৰুৱা! মোক চিন্ময় বৰুৱা বুলিয়েই জানে। —হঠাতে উত্তেজিত হৈ পৰা ডাক্টৰক কথা শেষ কৰিবলৈ নিদি মই ক'লোঁ।

ঃ মিষ্টাৰ বৰুৱা, মোৰ ব্যক্তিগত কথা জনাৰ আইনসম্মত অধিকাৰ আপোনাৰ নাই। আপুনি যাব পাৰে এতিয়া!

ঃ সেইটো ময়ো বুজোঁ ডাক্টৰ; কিন্তু আপুনি মোক বন্ধু বুলিয়েই ক'ব পাৰে। – মই অলপ হাঁহি ক'লোঁ।

ঃ কিন্তু আপুনি মোৰ কেনেকৈ বন্ধু হ'ব পাৰে? আপোনাক

মই চিনি নাপাওঁ। আজিহে প্ৰথম দেখিছোঁ আপোনাক! —ডাক্তৰৰ মুখত বিৰক্তিৰ চিন প্ৰকট হৈ পৰিল।

ঃ নিশ্চয় চিনি পাব। মণিকাৰ সক মোমায়েক বন্ধুস্থানীয় ব্যক্তিও হ'ব পাৰে নিশ্চয়! নোৱাৰে জানো?

ঃ আপুনি মণিকাৰ মামাৰক নেকি? – ডাক্তৰ অবাক হৈ গ'ল।

ঃ এৰা, কেলেই আপোনাক ইমানদিনে মণিকাই কোৱা নাই জানো মোৰ বিষয়ে? —মই আচৰিত হোৱাৰ সুৰত ক'লোঁ।

ঃ ওহোঁ!

ঃ অবশ্যে নক'বৰ কথাই! আজি বহুবছৰ আগেয়ে মই ঘৰৰ-পৰা ওলাই গ'লোঁ মানুহ হওঁ বুলি। কিন্তু পাৰিলোঁ ক'ত! আজি ইয়াত, কালি তাত কৰি ঘূৰি ফুৰোঁতে একো কৰাই নহ'ল। ইয়াত এতিয়া সৰু-সুৰাকৈ ব্যবসায় এটা আৰম্ভ কৰিম বুলি ভাবিছোঁ। মোক ঘৰৰ মানুহেও প্ৰায় পাহৰিয়েই পেলাইছে বুইছে! —মই যিমান পাৰোঁ কথাবোৰ সঁচাৰ নিচিনাকৈ সাজি সাজি ক'লোঁ।

ঃ ইচ্, ৰাম, আপুনি বেয়া নাপাব! অলপ আগেয়ে আপোনাক নিচিনিহে বেয়া ব্যৱহাৰ কৰিছিলোঁ। এই বাবুলাল, দুকাপ চাহ আন! —মানুহজনে হঠাতে মোক বৰ খাতিৰ কৰিলে।

ঃ মেনি থেংকছ! মই চাহ নাখাওঁ, কফিহে খাওঁ।

ঃ হয় নেকি? ইচ্, বেয়া নাপাব, ওচৰৰ দোকানত কফি পাবলৈ নাই।

ঃ নাই নাই, কেলেই বেয়া পাম বাৰু? —মই বাধা দি উঠিলোঁ। তেওঁৰ মুখলৈ চাই দেখিলোঁ, তেওঁ যথেষ্ট লজ্জিত হৈছে।

মণিকা শইকীয়াৰ সতে বোধকৰোঁ ডাক্তৰৰ মধুৰ সম্পৰ্ক আছিল! নহ'লে মোক পোনতে ওলাই যাবলৈ কৈ পিছত মণিকাৰ মোমায়েক বুলি জানি ইমান আলহ-উদহ কৰিব কিয়?

ঃ মণিকাৰ সতে আপোনাৰ কেনে সম্পৰ্ক আছে নকলে দেখোন! মই আকৌ আৰম্ভ কৰিলোঁ।

ঃ চাওক মিষ্টাৰ বৰুৱা, আপোনাৰ আগত ক'ৰ [illegible] বন্ধু বুলিহে কৈছোঁ। অবশ্যে নাজানো, আপোনালোকে কিদৰে [illegible] কথাবাৰ! তেওঁ কিছুসময় হাত দুখন মোহাৰিলে। বোধকৰোঁ [illegible] কিদৰে ক'লে ভাল হয়, সেই কথাই চিন্তা কৰিলে তেওঁ। [illegible] মোৰ হাঁহি উঠিল এই ভাবি— তোমাৰ কথাবাৰ যে মই [illegible] জানিছোঁ ভায়া!

ঃ আই হেভ্ গট্ এ ছুইট্ ৰিলেচন উইথ হাৰ্।

অসমীয়াত ক'বলৈ লাজ কৰি ইংৰাজীতেই ক'লে কথাষাৰ তেওঁ। মোৰ তেওঁলৈ পুতৌ উপজিল। বেচেৰা!

ঃ সেই সম্পৰ্ক কিমান দূৰলৈ আগবাঢ়িছে?

কথাষাৰ বোধকৰোঁ ৰূঢ়ভাবে ওলাল মোৰ মুখেদি। ডাক্তৰে কিছুসময় একো নামাতি মোৰ মুখলৈ চালে!

ঃ নাজানো, আপুনি ভাল পায় নে নাপায়, আই এম গয়িং টু মেৰি হাৰ উইদিন এ চৰ্ট পিৰিয়ড্।

কথাষাৰ বোধকৰোঁ কৈ দিয়াই ভাল হ'ব! যেচেৰাই মণিকা নিহত হৈছে বুলি নাজানে যিমানদূৰ সম্ভৱ! নহ'লে এনেদৰে কথাবোৰ নক'লেহেঁতেন মোৰ আগত! কিন্তু পুৱা 'ক'জি ভিলা'লৈ এম্বেছাডৰ গাড়ীত যোৱা লোকজন কোন আছিল? ডাক্তৰ নিশ্চয় যোৱা নাছিল; ডাক্তৰৰ ছদ্মবেশত অইন কোনোবাহে গৈছিল! কিন্তু—!

ঃ এক্সকিউজ মি, আপোনাৰ ডাঢ়িত কিবা এটা লাগি আছে।

এইবুলি কিবা এটা একৰাই দিয়াৰ চলেৰে মই ডাক্তৰৰ ফ্ৰেঞ্চকাট ডাঢ়িত টানি চালোঁ। কিন্তু ডাঢ়িখিনি নকল নহয়। কালি মণিকা নিহত হোৱাৰ আগেয়ে ফ্ৰেঞ্চকাট্ ডাঢ়ি থকা কোনোবা এজন 'ক'জি ভিলা'লৈ গৈছিল। ডাক্তৰেই গৈছিল নেকি তালৈ?

ঃ বাৰু ডাক্তৰ, কালি পুৱা 'ক'জি ভিলা'লৈ, মানে মণিকাৰ ঘৰলৈ আপুনি গৈছিলনেকি?

মই তীক্ষ্ণ দৃষ্টিৰে তেওঁলৈ চাই সুধিলোঁ।

ঃ ওহোঁ, নাই যোৱা। কালি কিয়, আজি এসপ্তাহেই মই তালৈ যোৱা নাই!

ঃ ছ' ষ্ট্ৰেঞ্জ! মণিকাৰ সতে এনে এটা সম্পৰ্ক থকা সত্ত্বেও এসপ্তাহ নোযোৱাকৈ কেনেকৈ আছে? মই অলপ আচৰিত হ'লোঁ।

ঃ নহয়, মানে মই তেওঁৰ ঘৰলৈ তেনেদৰে নাযাওঁ; মণিহে আহি থাকে মোৰ ইয়ালৈ। তদুপৰি আমি প্ৰায়েই তেওঁৰ অফিছ ছুটীৰ পিছত ছবি চাবলৈ বা ফুৰিবলৈ যাওঁ নহয়!

ডাক্তৰৰ কথাবোৰ শুনি মোৰ এনে লাগিল, কোনো স্কুলীয়া ল'ৰাইহে যেনিবা তাৰ প্ৰেমকাহিনী তাৰ কোনোবা অন্তৰংগ বন্ধুৰ আগত কৈ গৈছে! মোৰ হাঁহি উঠিল প্ৰেম কৰাৰ নমুনা দেখি।

ঃ মণিকাক আপুনি 'মণি' বুলি মাতে বোধকৰোঁ?

ঃ এৰা! ডাক্তৰে লাজ-লাজকৈ উত্তৰ দিলে।

ডাক্তৰেই জানো মণিকাক হত্যা কৰিছে? কিন্তু তেওঁৰ ম'টিভ কি? তদুপৰি এনে এটি মধুৰ সম্পৰ্ক থকা অবস্থাত ডাক্তৰে তাইক কিহৰ বাবে হত্যা কৰিব?

•

ঃ কি ভাবিছে আপুনি? মই গভীৰভাৱে চিন্তা কৰা দেখি কিছু-সময়ৰ মৌনতাৰ পিছত ডাক্তৰে সুধিলে।

ঃহুঁ! অ' ডাক্তৰ, এটা কথা কওকচোন, আপোনাৰ ক'লা এম্বেছাডৰ এখন আছে নহয়নে?

ঃ ক'লা এম্বেছাডৰ? মোৰ? — ডাক্তৰ আচৰিত হৈ গ'ল।

ঃ কেলেই আপোনাৰ জানো এ. এছ. কে. ২০৩০ নম্বৰৰ ক'লা এম্বেছাডৰ এখন নাই?

এইবাৰ আচৰিত হোৱাৰ পাল মোৰ।

ঃ ক'তনো এম্বেছাডৰ আছে? অৱশ্যে মোৰ ক'লা মটৰ ছাই-কেল এখন আছে। নম্বৰটো হ'ল এ. এছ. ই. ৯৭২৫।

তেওঁ আশ্চৰ্য্যৰ সুৰত ক'লে।

কথাবোৰ কিবাচোন খেলিমেলি হৈ গ'ল। তেনেহ'লে ডাক্টৰ নয়নকুমাৰ বৰা সঁচাকৈয়ে 'ক'জি ভিলা'লৈ আজি যোৱা নাছিলনেকি? কিন্তু ক'লা মটৰ ছাইকেল, ফ্ৰেঞ্চকাট ডাড়ি— এইবোৰে জানো একো ইংগিত নিদিয়ে? লাইব্ৰেৰিফ্ৰেমৰ চছমাযোৰৰ ঠাইত পাতল ৰঙৰ গগল্‌ছ, ৰে'নকোট, গামবুট, কপাললৈ টানি লোৱা ফেল্ট হেটেৰে নিয়মীয়া ওখ ডাক্টৰক কেনে লাগিব? যোৱা নিশা 'ক'জি ভিলা'লৈ যোৱা ছদ্মবেশী ব্যক্তিজনৰ 'ডামি' ডাক্টৰক কৰিব পৰা নাযাবনে? মই কল্পনাৰে মিলাই চালোঁ। ডাক্টৰক সেই পৰিস্থিতিত। 'এন বি' বুলি মনোগ্ৰাম কৰা ৰুমালখন ডাক্টৰৰেই নেকি জানো! 'এন. বি'য়ে নয়ন বৰাকোতো বুজাব পাৰে!

ঃ এই ৰুমালখন চাওকচোন আপোনাৰ নেকি? —মই জেপৰপৰা ৰাতি পোৱা ৰুমালখন উলিয়াই ডাক্টৰৰ আগত দাঙি ধৰিলোঁ।

ঃ এইখন দেখোন মোৰ ৰুমাল! ক'ত পালে আপুনি? —ডাক্টৰৰ আচৰিত ভাবটো এইবাৰ স্পষ্ট হৈ পৰিল।

ঃ আজি পুৱা 'ক'জি ভিলা'লৈ যোৱা আলিৰ ওপৰত পালোঁ। কিন্তু কওকচোন, আপুনি তালৈ যোৱা নাই বুলি কৈছে, অথচ আপোনাৰ ৰুমালখন তাত কিদৰে পৰিল?

ঃ ময়ো আচৰিত হৈছোঁ, বুইছে। ৰুমালখন অবশ্যে হেৰাইছিল আজি কিছুদিনৰ আগেয়ে; কিন্তু আলিৰ ওপৰত কিদৰে পৰি থাকিল নুবুজিলোঁ।

ৰুমালখন লিৰিকি-বিদাৰি ডাক্টৰে উত্তৰ দিলে।

ঃ এটা কথা সোধোঁ আপোনাক বৰুৱা, প্লিজ ড'ন্ট মাইণ্ড। আপ্‌নি কথাবোৰ এনেদৰে সুধিছে কিয়? খন্তেক টলকা মাৰি থাকি ডাক্টৰে সুধিলে।

মই তেওঁৰ হাতৰপৰা ৰুমালখন লৈ জেপত ভৰালোঁ।

ঃ মোক ক্ষমা কৰিব ডাক্টৰ, আপোনাৰ মণি আৰু নাই। ছি হেজ্‌ বিন মাৰ্ডাৰ্ড ইয়েষ্টাৰ্‌ডে ইভ্‌নিং।

ঃ হো-ৰা-ট ? নন্‌ছেন্স! অসম্ভৱ কথা! সেয়া একেবাৰেই অসম্ভৱ! —ডাক্তৰ নয়ন বৰা হঠাতে উত্তেজিত হৈ পৰিল।

ঃ পৃথিৱীত অসম্ভৱ বোলা বস্তু একোৱেই নাই ডাক্তৰ! ময়ো বিশ্বাস কৰা নাছিলোঁ, যেতিয়া মোক পুলিছে খবৰ দিছিল। ময়ো অসম্ভৱ বুলিয়েই ভাবিছিলোঁ; কিন্তু সকলোবোৰ সঁচা ডাক্তৰ, সকলো সঁচা।

মোৰ নাকেৰে এটি তপত নিশ্বাস সৰি পৰিল। মোৰ কথা শুনি ডাক্তৰে কিছুসময় তলমূৰ কৰি কিবা ভাবিলে। পিছত হঠাতে তেওঁ পাগলৰ নিচিনাকৈ চিঞৰি উঠিল— ন' ন' বৰুৱা, মণি মৰিব নোৱাৰে, মণিৰ মৃত্যু হোৱা নাই। কেতিয়াও হোৱা নাই। মই জানো, ভালকৈয়ে জানো, মণিয়ে মোক এনেদৰে নঠগে কেতিয়াও; কেতিয়াও নঠগে। আপুনি মোৰ আগত মিছা কথা কৈছে। আপুনি ফাঁকি দিছে। ইউ আৰ এ লায়াৰ। ইউ আৰ এ ব্ৰুট্‌। ইউ আৰ এ বিষ্ট। ইউ—ইউ—গেট্‌ আউট ইউ ৰাস্কেল।

মোক ইমান বেয়াকৈ গালি পৰা সত্ত্বেও মই সহ্য কৰিলোঁ। মই তেওঁৰ মুখলৈ চালোঁ। তেওঁৰ মুখখন উত্তেজনাত ৰঙা পৰিছে। তেওঁৰ চকুৰ কোণ দুটা সেমেকি উঠিছে। তেওঁৰ নাকৰ পাহি দুটা ফুলি উঠিছে।

ঃ নহয় নহয় বৰুৱা, ফৰ দা হেভেন্‌ছ, প্লিজ এটিবাৰ, মাথোঁ এটিবাৰ কওক— মণি, মোৰ সোণজনী মৰা নাই! তেওঁৰ মৃত্যু হোৱা বুলি মিছায়ে কৈছে। কওকচোন, মনে মনে আছে কিয় বাৰু আপুনি?

ডাক্তৰে মোৰ হাত দুখন খামোচ মাৰি ধৰিলে। মই একো নকৈ তেওঁৰ হাত দুখন মোৰ দুহাতৰ মাজত লৈ মোৰ আন্তৰিক সমবেদনা জনালোঁ। এটা সময়ত ডাক্তৰ অদ্ভুত ধৰণে শান্ত হৈ পৰিল।

ঃ ডাক্তৰ!

ডাক্তৰে মোৰ চকুলৈ উদাস দৃষ্টিৰে চালে।

ঃ ডাক্তৰ, আপুনি জানো নিবিচাৰে, হত্যাকাৰীয়ে শাস্তি

পাওক ? আপুনি জানো আপোনাৰ সুখ-শান্তিৰ নেলু চেপি হত্যা কৰা, আপোনাৰ মণি সোণজনীৰ হত্যাকাৰীৰ ওপৰত প্ৰতিশোধ ল'ব নোখোজে ?

ঃ প্ৰতিশোধ ? এৰা, মই প্ৰতিশোধ ল'ম। ভীষণ প্ৰতিশোধ ল'ম ! মই হত্যাকাৰীৰ নেলু চেপি ধৰিম, পশু হৈ যাম মই……

ঃ নহয় ডাক্তৰ, আপুনি আইন আপোনাৰ হাতত তুলি নল'ব। আইনেই দোষীক শাস্তি দিব। আপুনি মাথোঁ সহায় কৰক আইনক।

মই শান্ত স্বৰেৰে ক'লোঁ।

ঃ তেনেহলে মই কি কৰিব লাগিব ? —অসহায়ৰ নিচিনাকৈ ডাক্তৰে সুধিলে।

ঃ আপুনি পুলিছক সহায় কৰক।

ঃ পুলিছক ? আপুনিও পুলিছৰে মানুহনেকি ? —তেওঁ সন্দেহেৰে মোলৈ চাই সুধিলে।

ঃ নহয়, ময়ো প্ৰতিশোধ ল'ব খোজোঁ হত্যাকাৰীৰ ওপৰত। মোৰ ভাগিনজনীক হত্যা কৰি সি মোৰ বুকুতো একুৰা জুই দিছে। সেয়ে ময়ো পুলিছক সহায় কৰিম বুলি কথা দিছোঁ। – মই ভগা ভগা মাতেৰে ক'লোঁ। মোৰ কথাৰ সুৰ শুনি ডাক্তৰ আশ্বস্ত হ'ল।

ঃ ঠিক আছে, মই আপোনাৰ কথামতে কাম কৰিম।

ঃ ডাক্তৰ, আপুনি যদি বেয়া নাপায় তেনেহলে এোক কওকচোন, আপুনি কেনেকৈ মণিকাক লগ পালে ?

ডাক্তৰ কিছুসময় তভক মাৰি ৰ'ল। তাৰ পাছত তেওঁ কৈ গ'ল – মণিকা মোৰ ঘৰৰ কাষৰ ছোৱালী। কিন্তু তেতিয়া তেওঁৰ সতে মোৰ সিমান ঘনিষ্ঠতা নাছিল। এদিন মণিকা নেচ্‌নেল পাৰ্‌-ফিউমাৰি মেনুফেক্‌চাৰিং কোম্পানিৰ চাকৰিত সোমাল। কিছুদিন পাছত তেওঁ 'ক'জি ভিলা'ত থাকিবলৈ ল'লে। কোম্পানিৰ প্ৰপ্ৰাইটাৰ মিষ্টাৰ বিনোদবিহাৰী বেনাৰ্জিৰ মই গৃহ-চিকিৎসক ! সেইসূত্ৰে মই মণিকাৰো গৃহ-চিকিৎসক হৈ পৰিলোঁ। কিন্তু এটা সময়ত মই

উপলব্ধি কৰিলোঁ, মাণকাক মই ভাল পাওঁ। খুব ভাল পাওঁ। সুযোগ বুজি এদিন মই মণিক মোৰ মনৰ কথা খুলি ক'লোঁ। তেওঁ আবেগত মোক সাৱট মাৰি ধৰিলে। কাৰণ তেৱোঁ যে মোক ভাল পাইছিল মনে মনে! আজি এমাহমান আগেয়ে আমি ঠিক কৰিছিলোঁ ছিভিল্ মেৰেজ কৰিম বুলি। দহদিনমান আগেয়ে কোৰ্টত তাৰবাবে ন'টিছো দিছিলোঁ। কিন্তু, কিন্তু আজি এয়া হঠাতে কি হৈ গ'ল মোৰ বক্কৱা! —ডাক্টৰ নয়নকুমাৰ বৰাই দীঘল হুমুনিয়াহ এটি কাঢ়িলে।

মই 'আকৌ আহিম' বুলি বিদায় লৈ জিপত ষ্টাৰ্ট দিলোঁ।

# সাত

ক্রিং ক্রিং। ক্রিং ক্রিং।

ঃ হেল্লো, জ্যোতি স্পিকিং! কোন? — মই ৰিছিভাৰটো দাঙি সুধিলোঁ।

ঃ বৰ সাংঘাতিক কথা জ্যোতিবাবু —সিফালৰপৰা ছাব্ ইন্স-পেক্টৰ বৰুৱাৰ মাত ভাহি আহিল। --মালিনী হেজ বিন্ এছাছিনেটেড্।

ঃ হো-ৱা ট?

ঃ ইয়েছ। ছি হেজ বিন্ ছট্। —বৰুৱাৰ উত্তেজিত কণ্ঠস্বৰ ভাহি আহিল।

ঃ কিন্তু কেতিয়া? কোন সময়ত? কোনে গুলিয়ালে? কেবা-টাও প্ৰশ্ন মই একেলগে কৰিলোঁ।

ঃ অথনি যোৰাবাটত গাড়ীৰ বাবে বৈ থাকোঁতে কোনোবাই গুলিয়ালে। দুটা গুলি লাগিছে, এটা পিছ মূৰত আৰু আনটো পিঠিৰ সোঁফালে।

ঃ আপোনালোকে তেতিয়া কি কৰিলে? —মই উদ্বিগ্ন হৈ সুধিলোঁ।

ঃ গুলি খাই মালিনীয়ে আৰ্তনাদ কৰি পৰি গ'ল। মই লগে লগে চিপাহীটোক ক'ভাৰ ল'বলৈ কৈ গুলি অহা টিলাটোৰ জোপোগা-বোৰৰ ক'ভাৰ লৈ বগাবলৈ আৰম্ভ কৰিলোঁ। আৰু তেনেদৰে উঠি থাকোঁতে দেখিলোঁ, মোৰপৰা সত্তৰ গজমান ওপৰত সেউজীয়া বুছ ছাৰ্ট পিন্ধা হত্যাকাৰীয়ে হাতত টেলিস্কোপিক ৰাইফল এটা লৈ দৌৰি দৌৰি পাহাৰ বগাইছে। মই তালৈ লক্ষ্য কৰি ৰিভলভাৰেৰে গুলিয়ালোঁ; কিন্তু মোৰ কোল্ট ৰিভলভাৰৰ গুলিয়ে দুৰ্বৃত্তক ছুব

নোৱাৰিলে আৰু অতি সোসকালেই সি টিলাটোৰ সিপাৰে নেদেখা হ'ল। মই কেইমিনিটমান পাছতে পাহাৰৰ শিখৰ পাই চাৰিওফালে চালোঁ, কিন্তু তাক আৰু দেখা নাপালোঁ। অ' তাৰ পাছত সি ওলাই যোৱা জোপোহাটোৰ ওচৰত মই দুটা ৩০৩ ৰাইফলৰ এম্পটি ছে'ল পালোঁ।

ঃ ডে'ড বডিটো ক'ত আছে এতিয়া?

ঃ মৰ্গ লৈ পঠিয়াই দিছোঁ। আপুনি আহিবনেকি এতিয়া?

ঃ মইনো গৈ কি কৰিম বাৰু! ৰাজীৱ নাই নেকি? -মই সুধিলোঁ।

ঃ নাই। তেখেতে বিনোদবিহাৰীৰ ঘৰ ছাৰ্চ কৰিবলৈ গৈছে। আপুনি আহকনা।

ঃ এতিয়া নাযাওঁ বৰুৱা। মই আন এঠাইলৈ যাম অলপ পাছত। অ' ৰাজীৱ আহিলে ক'ব, যদি আৱশ্যক হয়, তেনেহলে মোক নিশা এঘাৰ বজাত ফোন কৰিব। আহোঁ দেই।

মই ৰিছিভাৰটো ক্ৰেডলত থৈ দিলোঁ।

মালিনীক আকৌ কোনে গুলিয়ালে? কি সাংঘাতিক ঘটনা-বোৰ যে হ'ব ধৰিছে! মণিকা, হৰকিষান, মালিনী— ইজনৰ পাছত সিজনকৈ অজান আততায়ীৰ হাতত মৃত্যুবৰণ কৰিব ধৰিছে! এই-বাৰ বা টাৰ্গেট কোন!

গোটেইখন কিবা খেলিমেলি লাগি পৰিল। মালিনীয়ে চাগে' এনে গুৰুত্বপূৰ্ণ কথা জানিছিল, যাৰবাবে তাইৰ মুখ চিৰদিনৰ বাবে বন্ধ কৰি দিয়া হ'ল। কিন্তু কি ৰহস্য হ'ব পাৰে সেয়া? কিহৰ বাবে তাই আততায়ীৰ হাতত প্ৰাণ দিবলগা হ'ল? সেয়া নিশ্চয় সাংঘা-তিক কথাই হ'ব! পুলিছৰ জেৰাত মালিনীয়ে সকলোবোৰ কৈ দিয়ে বুলি আততায়ীয়ে বোধকৰোঁ মালিনীক হত্যা কৰিলে। তেনেহ'লে মণিকা হত্যাৰ অন্তৰালত এক বৃহৎ শক্তিয়ে কাম কৰিছে! তাতোকৈ ডাঙৰ কথা, কোনোবা এক অসাধাৰণ মস্তিষ্কই এই শক্তিটোক পৰি-চালিত কৰিছে। কিন্তু কোন সেই ব্যক্তি? তেওঁৰ বা সিহঁতৰ

কিয়েই বা উদ্দেশ্য থাকিব পাৰে ইটোৰ পাছত সিটোকৈ নৃশংস হত্যাকাণ্ড সংঘটিত কৰাৰ অন্তৰালত ? মণিকায়ো চাগে' সেই শক্তি বা তাৰ মস্তিষ্কৰ বিষয়ে জানিব পাৰিছিল, যাৰ বিনিময়ত তাইৰ অমূল্য জীৱন দিব লগা হ'ল !

নাই, থানালৈকে যোৱাই ভাল হ'ব যেন পাইছোঁ ! বৰুৱাক ভালকৈ কথাবোৰ সুধি-পুছি ল'ব লাগিব।

ঃ হেল্লো, জ্যোতিবাবু, আহক আহক। পাছে আপুনি দেখোন নাহো বুলিছিল ! —মোক দেখি ছাব্-ইন্সপেক্টৰ বৰুৱা উৎফুল্ল হৈ উঠিল।

ঃ বাৰু বৰুৱা, আততায়ী যিটো টিলাৰ সিপাৰে নেদেখা হ'ল, তাৰ ওচৰে-পাজৰে আলিবাট আছে নেকি ? —ছিগাৰেট এডাল জ্বলাই মই সুধিলোঁ।

ঃ আলিবাট অবশ্যে তেনেকৈ নাই। কিন্তু এটা সুৰসুৰীয়া ৰাস্তা আছে। সম্ভৱ ফৰেষ্ট ডিপাৰ্টমেণ্টৰ মানুহে সেই ৰাস্তাটো ব্যৱহাৰ কৰে। - কিছুসময় চিন্তা কৰি বৰুৱাই ক'লে।

ঃ আপুনি সেই ৰাস্তাটোৰেদি বিচাৰি নগ'ল কিয় আততায়ীক ?

ঃ গৈছিলে। বুইছে। সেই ৰাস্তাটো কিছুদূৰৰ আন এটা টিলাৰ দাঁতিয়েদি যোৱা জি. এছ. ৰোডত লাগিছেগৈ। কিন্তু মই জি. এছ. ৰোড্ পাই তাত একোৱেই দেখা নাছিলোঁ। মই আচৰিত হৈছিলোঁ মানুহটো হঠাতে নোহোৱা হোৱা দেখি। অকল মই বিচৰাই নহয়, মোৰ লগতে ঘটনাস্থলিত গোটখোৱা আন বহুতো কৌতূহলী লোকে সেইখিনিত থকা প্ৰতিজোপা গছ, প্ৰতিটো জোপোহা, আনকি প্ৰতিটো শিলৰ আঁৰত মানুহটোক বিচাৰিছিল। অথচ আমি কোনেও তাৰ ছাঁটোকেই নেদেখিলোঁ। ছাৰক যে মই তাৰ কি কৈফিয়ৎ দিম ভাবিয়েই পোৱা নাই জ্যোতিবাবু !

বৰুৱাক তেওঁৰ বিফলতাৰ বাবে যথেষ্ট চিন্তিত দেখা গ'ল।

ঃ বাৰু বৰুৱা, অলপ ভালকৈ চিন্তা কৰি কওকচোন, আপুনি জি. এছ. ৰোড পাই জানো একোৱেই অস্বাভাবিকতা দেখা নাছিল ?

বৰুৱাই কিছুসময় মৌন হৈ চিন্তা কৰিলে।

ঃ এৰা, মনত পৰিছে এতিয়া। তেতিয়া কিন্তু মই সেই কথাত গুৰুত্ব দিয়া নাছিলোঁ। সিমান। —বৰুৱাই মোৰ চকুলৈ চাই ক'লে।

ঃ কি দেখিছিলনো আপুনি ? মই আগ্ৰহেৰে সুধিলোঁ।

ঃ মই সদৰ ৰাস্তা পাই কোনো মানুহ বা গাড়ী দেখা নাছিলোঁ। যদিও, গুৱাহাটীৰ ফালে যোৱা আলিটোৰ অলপ আঁতৰৰ কেঁকুৰী-টোৰ ওচৰৰ কাঁইটীয়া জোপোহাকিটাৰ ওপৰত ক'লা ধোঁৱা উৰি আছিল।

ঃ তাৰমানে আততায়ী আপুনি সদৰ ৰাস্তা পায় মানে গাড়ীত উঠি কেঁকুৰীটোৰ সিপাৰে নেদেখা হৈছিল। জোপোহাৰ ওপৰত ওপঙি থকা ধোঁৱাখিনি সেই গাড়ীখনৰে আছিল। গাড়ী আপটো উঠিবলগা হোৱা বাবে টপ্ গিয়েৰত গৈছিল আৰু সেইবাবেই ধোঁৱা-বোৰ বগা নহৈ ঈষৎ ক'লা হৈছিল।

ঃ মিলাওক হাত, আপুনি ভাই সঁচাকৈয়ে এক জিনিয়াছ। পাছে আপুনি কবি-সাহিত্যিক নহৈ ডিটেক্‌টিভ্ হে হ'ব লাগিছিল !

বৰুৱাই পৰম বিস্ময়েৰে মোৰ সোঁহাতখনত ধৰি জোকাৰি দিলে।

ঃ হেৰি নহয় বৰুৱা, আপুনি কাইগুলি আপোনাৰ লগত অহা চিপাহীটোক মাতি দিয়কচোন। তাক দুটামান কথা সুধিবলগা আছে।

পুৰি যোৱা ছিগাৰেটৰ টুকুৰাটো এছ্‌ট্ৰেত গুজি মই বৰুৱাক ক'লোঁ। বৰুৱাই কলিং বে'লটো বজাই দিলে। অৰ্ডালিটো সোমাই আহিলত তেওঁ মদন হাজৰিকা নামৰ চিপাহীটোক মাতি দিবলৈ ক'লে।

ঃ বাৰু মদন, এটা কথা মনত পেলাব পাৰানে ? —মদন নামৰ চিপাহীটোক মই সুধিলোঁ। – নয়ন বৰা নামৰ যিজন লোকে মণিকাৰ খবৰ ল'বলৈ গৈছিল, তেওঁৰ ডাঢ়ি-গোঁফ আছেনেকি ?

ঃ ওঁহো। তেওঁৰ ডাঢ়ি-গোঁফ নাছিল ছাৰ! তেওঁ চিকুণকৈ ডাঢ়ি-গোঁফ খুৰাই আহিছিল। - মদনে অলপ ভাবি ক'লে।

ঃ তেওঁৰ চকুত চছমা আছিলনেকি ? মানে পাৱাৰ থকা লেন্স ?

ঃ চছমা আছিল ছাৰ, কিন্তু ক'লা গগল্ছহে।

ঃ বাৰু তুমি যোৱা। —মই তাক যাবলৈ দিলোঁ।

ঃ হঠাতে ডাঢ়ি-গোঁফৰ কথা কেলেই সুধিলে জ্যোতিবাবু ? বৰুৱাই আচৰিত হৈ সুধিলে।

ঃ মানে কথাটো কি জানে, ৰাতিপুৱা 'ক'জি ভিলা'লৈ ডাক্টৰ নয়নকুমাৰ বৰা যোৱা নাছিল, আন কোনোবাহে গৈছিল। কাৰণ ডাক্টৰ নয়ন বৰাৰ চেম্বাৰত মই তেওঁক লগ ধৰি দেখিছিলোঁ, তেওঁৰ ধুনীয়া ঘন ফ্ৰেঞ্চকাট ডাঢ়ি আছে।

ঃ কিন্তু সেই ডাঢ়ি-গোঁফ নকলোতো হ'ব পাৰে! - বৰুৱাই যুক্তি দৰ্শালে।

ঃ নহয় বৰুৱা, পোনতে অৱশ্যে ময়ো তেনে সন্দেহেই কৰিছিলোঁ। কিন্তু মই এটা চেলু উলিয়াই তেওঁৰ ডাঢ়িত টানি চাই বুজিছিলোঁ, সেয়া আচল ডাঢ়ি-গোঁফেই।

ঃ তেনেহ'লে কোন গৈছিল ডাক্টৰৰ নাম লৈ। —বৰুৱাৰ চকুহাল একোটা অমৰা গুটিৰ নিচিনা হ'ল।

ঃ সেই মানুহটোকেইতো পোনতে আমি বিচাৰি উলিয়াব লাগিব! অলপ ৰৈ মই ছিগাৰেট এডাল নতুনকৈ জ্বলালোঁ।

ঃ বুইছে বৰুৱা, মোৰ বোধেৰে মণিকা হত্যাৰ অন্তৰালত এক সাংঘাতিক ৰহস্য আছে। তাতোকৈয়ো সাংঘাতিক এক শক্তিয়ে কাম

কৰি গৈছে নিখুঁতভাবে। এতিয়া আমি সেই শক্তিৰেই মুখামুখি হ'ব লাগিব। অ' বাজীৰ আহিলে ক'ব, মই চিকন্দৰ মিৰ্জা নামৰ মণিকাৰ ড্ৰাইভাৰটোক লগ ধৰিছোঁ। সি অলপ পাছতে আহিব থানালৈ। তাৰ ঘৰ মিৰাটত। মণিকাৰ গাড়ীত কাম কৰা তাৰ তিনিমাহমান হৈছে। মটৰখন কালিপুৰৰ ভাগৱতীপ্ৰসাদ মটৰ গেৰেজত দিছে ভাল কৰিবলৈ। সি শান্তিপুৰত ককায়েকৰ লগত আছে এইকেদিন। মণিকাৰ মৃত্যু হোৱাৰ কথা সি হেনো জনা নাছিল। আজিহে প্ৰথম মোৰপৰা শুনিলে সেই বিষয়ে। গতিকে কিবা জেৰা কৰিবলগা থাকিলে বাজীৰে তাক জেৰা কৰিব। আহোঁ দেই।

মই বৰুৱাক ক'বলৈ সুযোগ নিদি বেগাবেগিকৈ বাহিৰলৈ ওলাই আহিলোঁ।

# আঠ

কাফে ডি মেৰিণো। গুৱাহাটীৰ এক বিখ্যাত ৰেস্তোৰাঁৰ কুখ্যাত নাম। অৱশ্যে গুপ্ত নামহে। সেই ৰেস্তোৰাঁৰে এচুকৰ এখন মেজ অধিকাৰ কৰি মই কফি পান কৰি আছিলোঁ। নিশা দহ বজাত। ৰেস্তোৰাঁখনৰ পাতল নীলাভ নিয়ন লাইটৰ পোহৰ আৰু ৰেকৰ্ড প্লেয়াৰত বাজি থকা পশ্চিমীয়া জাজ্ সংগীতৰ মৃদু সুৰে এক ৰহস্যময় পৰিবেশৰ সৃষ্টি কৰিছিল। মই নীৰৱে কফি পান কৰি চাৰিওফালে দৃষ্টি ৰাখিছিলোঁ। ৰেস্তোৰাঁখনৰ প্ৰায় সকলোবোৰ মেজেই দখল কৰি বিভিন্ন ধৰণৰ লোকে আড্ডা পিটিছিল। মোৰ সোঁকাষৰ মেজখনৰ চাৰিকাষে চাৰিজন ডেকাই ৰাজনীতি-অৰ্থনীতিৰেপৰা আৰম্ভ কৰি সাহিত্য-সংস্কৃতিলৈকে সকলোবোৰ আলোচনা কৰিছিল। তেওঁলোক প্ৰত্যেকেই নিজকে আনকিজনতকৈ জ্ঞানী বোলাবলৈ অপচেষ্টা কৰিছিল। প্ৰত্যেকেই ইন্টেলেক্চুৱাল, বুৰ্জুৱা, প্ৰতিক্ৰিয়াশীল আদি শব্দবোৰ হোৱাই নোহোৱাই প্ৰয়োগ কৰি নিজৰ নিজৰ পাণ্ডিত্য দেখুৱাইছিল। এজনে আকৌ তেওঁলোকক ৰেস্তোৰাঁত বহি থকা আনবোৰে লক্ষ্য কৰিছে নে নাই তাকো চাইছিল। তেওঁলোকৰ বিদ্যাৰ দৌৰ দেখি মোৰেই লাজ লাগি গৈছিল। আজিকালিৰ ডেকা-গাভৰুবোৰৰ সঁচাকৈয়েই জ্ঞানৰ ভঁড়াল উদং !

ঃ সেই মানুহজনে দেখোন বৰকৈ আমালৈ চাইছে অ' হেমেন ! এজনে হেমেন বোলা ল'ৰাজনক ইংগিত দিলে সৰুকৈ।

ঃ বাদ দে অ'। বিলকুল বেলবুং যেন লাগে। আমাৰ কথা একো বুজা নাই দে। আপ্কান্ট্ৰিৰ মানুহ হ'ব যেন পাওঁ ! চাচোন কি ৰাফ্ চেহেৰা। —হেমেনে মোলৈ চাই তাচ্ছিল্যৰ সুৰত উত্তৰ দিলে। মোৰ হাঁহি উঠি গ'ল তাৰ কথা শুনি। তোমালোকে মোক বেচ চিনিলা বান্ধৱহঁত ! মই মনতে ভাবিলোঁ। কেজনমানে

আকৌ গোৰেই নিচিনা ছুট পিন্ধি আহিছে। শৰৎকালৰ হিম পৰা নিশা বাবে বপ্‌ৰাহঁতে গৰম ছুট পিন্ধি বতিছে যেন পাওঁ! মই কোটৰ ভিতৰফালে হাত ভৰাই চালোঁ; পিষ্টলটো ঠিক ঠাইতে আছে!

মোৰ সম্মুখৰ মেজখনত আকৌ এজনী ওঠৰ-উনৈছ বছৰীয়া গাভৰু অকলে বহি কফি পান কৰি আছে। তাই বাৰে বাৰে ঘড়ীটোলৈ চাইছে আৰু ৰেস্তোৰাঁৰ সদৰ দুৱাৰখনলৈ লক্ষ্য ৰাখিছে। বোধকৰোঁ কাৰোবাৰ সতে তাইৰ এপইণ্টমেণ্ট আছে। সেয়ে তাই অধৈৰ্য্য হৈ পৰিছে। পিন্ধনত তাইৰ এটি ক'লা ব্লাউজ আৰু এখন টেৰিলিনৰ গুলপীয়া শাৰী। তাই একোবাৰ মোলৈ চাইছে আৰু পিছ পাকতে দুৱাৰলৈ চাইছে। কাণৰ ৰঙা গোলমণিৰ দুলযোৰে স্বাভাৱিকতে বগা ধুনীয়া ছোৱালীজনীক এই পৰিবেশত অদ্ভুত ধুনীয়া লাগিছে। মোৰ সোঁফালৰ মেজৰ যুৱক চাৰিজনে তাইলৈ মাজে মাজে চোৰাং চাৱনি মাৰি পঠিয়াইছে।

চাৰে দহ বজাৰ লগে লগে ক'লা অ'ভাৰকোট, ফেল্ট হেট্‌ পিন্ধা ব্যক্তি এজনৰ আবিৰ্ভাৱ হ'ল। মানুহজনক দেখি ছোৱালীজনী পোন হৈ বহিল। মোৰ কাষৰ মেজৰ ডেকা চাৰিজনো সন্ত্ৰস্ত হৈ পৰা যেন অনুমান হ'ল। গধুৰ গধুৰ খোজ পেলাই আগন্তুক আহি ছোৱালী-জনীৰ ওচৰত থমকি ৰ'ল। তেওঁ কিছুসময় ইফালে সিফালে চাই ছোৱালীজনীৰ মুখামুখিকৈ ৰহিল। কিছু সময় সংগোপনে কিবাকিবি কৈ তেওঁ যাবলৈ থিয় দিলে। মানুহজনৰ চালচলন দেখি মোৰ সন্দেহ হ'ল। সেয়ে মই জেপৰপৰা লাইটাৰৰ নিচিনা সৰু শক্তিশালী কেমেৰাটো উলিয়াই ছিগাৰেট জ্বলোৱাৰ ছলেৰে তেওঁৰ ফটো ললোঁ। মই ফটো লোৱাৰ পিছ মুহূৰ্ততে মানুহজন দীঘল দীঘল খোজ পেলাই ৰেস্তোৰাঁৰপৰা ওলাই গ'ল। ময়ো মানুহজনক অনুসৰণ কৰোঁ বুলি ভাবোঁতেই মোৰ কাষৰ মেজৰ ডেকাকিজনৰ দুজনে লৰালৰিকৈ উঠি গৈ কাউণ্টাৰত বিলৰ পইচা দিলে। পিছমুহূৰ্ততে তেওঁলোক

দুজনে প্ৰায় দৌৰি যোৱাৰ নিচিনাকৈয়ে বাহিৰলৈ ওলাই গ'ল।

মই অলপ সময় চিন্তা কৰিলোঁ, যাওঁ নে নাযাওঁ।

ঃ না না, আমি যাবনা। কক্‌খনো যাবনা। আমাকে ছেড়ে দাও। ছেড়ে দাও আমাকে।

হঠাতে ছোৱালীজনীয়ে চিঞৰি উঠা দেখি মই তাইলৈ চালোঁ। মোন কাষৰ ডেকা দুজনৰ এজনে তাইক পথালি কোলাকৈ লৈছে। তাই হাত-ভৰি জোকাৰি চিঞৰিছে। তাইৰ চিঞৰ শুনি অলপ আঁতৰৰ দুজনমান শকত-আৱত মানুহে তাইক সহায় কৰিবলৈ বহাৰপৰা থিয় দিলে।

ঃ লেডিজ এণ্ড জেণ্টলমেন, প্লিজ ডোণ্ট বি ছিল্লি। ডোণ্ট ট্ৰাই টু মুভ্ এটঅল্। এলছ্ আই ছেল বি কম্‌পেল্ড টু ছট্ য়ু। প্লিজ বি ছিটেড্।

দ্বিতীয়জন ডেকাই জেপৰপৰা কিচ্‌কিচিয়া ক'লা সৰু পিষ্টল এটা উলিয়াই ধমক দিলে। ডেকাজনৰ হাতত পিষ্টল দেখি আক্ৰমণ কৰিবলৈ উদ্যত হোৱা ব্যক্তিকিজন ভয়তে বহি পৰিল।

ঃ থেংকছ। নাও য়ু আৰ্ বিয়েল জেণ্টলমেন।

পিষ্টলধাৰী যুৱকে শ্লেষৰ হাঁহি মাৰি ক'লে। সিহঁত এখোজ দুখোজ কৰি দুৱাৰৰ ফালে আগবাঢ়িল। ছোৱালীজনীয়ে একেদৰে চিঞৰিয়েই থাকিল। মই যুৱক দুজনলৈ এবাৰ ভালকৈ চাই সকলোৰে অতৰ্কিতে মোৰ মেজত থকা গধুৰ পিতলৰ ফ্লাৱাৰ ভেছটো পিষ্টল ধাৰী যুৱকৰ সোঁহাত লক্ষ্য কাৰ সজোৰে মাৰি পঠিয়ালোঁ। ফ্লাৱাৰ ভেছৰ খুন্দাত যুৱকজনৰ হাতৰপৰা পিষ্টলটো দূৰৈত ছিটিকি পৰিল আৰু তড়িৎ গতিৰে মই উঠি গৈ যুৱকজনৰ মুখত এক প্ৰচণ্ড খোঁচা শোধালোঁ। খোঁচা খাই সি পৰি গ'ল। সি পৰাৰপৰা থিয় হ'বলৈ চেষ্টা কৰোঁতে মই আকৌ তাৰ মুখত সজোৰে লঠিয়ালেঁ। এক অস্ফুট আৰ্তনাদ কৰি সি চিৎ হৈ পৰি গ'ল। মই লৰমাৰি গৈ মজিয়াত পৰি থকা পিষ্টলটো তুলি ললোঁ। কিন্তু ইমান সময়ে কি কৰ্তব্যবিমূঢ়

হৈ ছোৱালীজনীক পথালি কোলাকৈ লৈ থকা মানুহজনে ছোৱালীজনী এৰি মোক পিছফালৰপৰা জপটিয়াই ধৰিলে। মই কৌশলেৰে সম্মুখলৈ হঠাতে হাউলি তাক পেলাই দিলোঁ। কিন্তু মই তাক আকৌ আক্ৰমণ কৰিব খোজোঁতেই সি ফালৰি কাটি বাহিৰলৈ দৌৰি পলাল। তাক দেখি আগেয়ে ঘাইল হোৱা বদমাচটোও পলাল।

ঃ আপুনি বেচ সাহসী লোক ভাই! পিষ্টলৰ বিৰুদ্ধে শুদা হাতে যুঁজিও দুজনকৈ গুণ্ডাক ধৰাশায়ী কৰিলে। আপোনাক ধন্যবাদ! —এজন বয়সস্থ লোকে মোক ধন্যবাদ জনালে।

ঃ এই জীৱনত কত গুণ্ডাক ঠাণ্ডা কৰিলোঁ। ময়ো যুঁজিলোঁ-হেতেন! কিন্তু এখেতে অকলেই কিস্তি মাৎ কৰিলে! —বক্তাৰ মুখলৈ চাই দেখিলোঁ, এজন টেৰিলিনৰ ছুট পৰিহিত প্ৰকাণ্ড চেহেৰাৰ লোক। দীঘল গোঁফকোছাৰে তেওঁক দৈত্য যেনেই দেখি! কিন্তু চকুলৈ চাই বুজিলোঁ, তেওঁ ভয়াতুৰ। মই হাহি মাৰি পিষ্টলটো পেটৰ ওচৰত বেল্টত গুজি ললোঁ।

ঃ আপুনি দুখ পালেনেকি ক'ৰবাত! – কোমল মাতৰ কথাষাৰ শুনি মই ঘূৰি চালোঁ। গুণ্ডাই অপহৰণ কৰিব খোজা বাঙালী ছোৱালীজনী! তাইৰ মুখত শুদ্ধ উচ্চাৰণৰ অসমীয়া কথা শুনি মই আচৰিত হ'লোঁ।

ঃ নাই পোৱা।

ঃ আপুনিহে মোক বচালে গুণ্ডাহঁতৰপৰা। নহলে যে আজি মোৰ কি হ'লহেঁতেন! —তাই কৃতজ্ঞতামিহলি মাতেৰে ক'লে। ছোৱালীজনীলৈ হঠাতে মোৰ মৰম লাগি গ'ল।

ঃ তুমি বেয়া নোপোৱা যদি অলপ সময় মোৰ মেজত বহিবানে? —মই নম্ৰ সুৰত সুধিলোঁ।

ঃ বেয়া! আপোনাক যে মই বেয়া পাব নোৱাৰোঁ কেতিয়াও! মোৰ অকণো আপত্তি নাই; কিন্তু মই সোনকালে ঘৰলৈ যাব লাগিব। তাই ডাঙৰ ডাঙৰ চকু দুটাৰে মোৰ চকুলৈ চাই ক'লে।

ঃ তোমাক বাৰু মই বেছি সময় ডিটেইন নকৰোঁ।

আমি মুখামুখিকৈ বহিলোঁ। আনবোৰ মানুহো নিজৰ নিজৰ ঠাইত বহিল।

ঃ তুমি ক'ত থাকা? — মৌনতা ভংগ কৰি মই সুধিলোঁ।

ঃ জালুকবাৰীত।

ঃ জালুকবাৰীত! এতিয়াতো ইউনিভাৰ্ছিটিৰ বাছ নোপোৱা; কিহত যাবা? — মই আচৰিত হৈ সুধিলোঁ।

ঃ নহয়, মই আজি মাহীৰ ঘৰত থাকিম। পাণবজাৰত মাহীৰ ঘৰ।

ঃ তোমাৰ নাম কি?

ঃ স্বাতী বেনাৰ্জি। - ছোৱালীজনীয়ে কওঁ-নকওঁকৈ নামটো কৈ সুধিলে— আপোনাৰ নামটোও জানিব পাৰোঁনে?

ঃ মোৰ নাম? নিশ্চয় নিশ্চয়!

মই মোৰ নামটো ক'লোঁ। মোৰ নামটো শুনি তাই হঠাতে উত্তেজিত হৈ পৰিল।

ঃ তাৰমানে, সেই যে গল্প-কবিতা লিখে, সেইজন আপুনিয়েই!

ঃ এৰা, সেইজনো ময়েই! —মই অলপ হাঁহি উত্তৰ দিলোঁ। তাই মোৰ মুখলৈ কিছুসময় থৰ হৈ চালে। হঠাতে তাই সৰু ছোৱালী এজনীৰ নিচিনাকৈ কল্‌কলাই উঠিল।

ঃ বহুদিনৰ ইচ্ছা এটি মোৰ পূৰ্ণ হ'ল, জানে! মোৰ যে ইমান ইচ্ছা হৈছিল আপোনাক চাবলৈ, আপোনাৰ সতে কথা পাতিবলৈ! আপুনি লিখা গান এটি গাই যোৱাবাৰ কলেজত মই অসমীয়া আধুনিক গীতত প্ৰথম পুৰস্কাৰ পাইছিলোঁ, জানে।

তাইৰ চকু-মুখত আনন্দ বিৰিঙি উঠিল।

ঃ মোৰ গান তুমি ক'ত পালা? —মই আচৰিত হৈ সুধিলোঁ।

ঃ মণিকা বাইদেৱে দিছিল।

ঃ মণিকা বাইদেউ ? কোন মণিকা ?

ঃ মণিকা শইকীয়া। তেওঁৰপৰাই আনিছিলোঁ গানটো। মোৰ ভীষণ ভাল লাগে জানে সেই গানটো। মণিকা বাইদেৱেই মোক সুৰটোও শিকাই দিছিল। তাই সহজভাবে কৈ গ'ল কথাবোৰ।

ঃ কিন্তু তোমাৰ মণিকা বাইদেৱৰাই মোৰ গান ক'ত পালে ?

মই এইবাৰ আগতকৈও বেছি অবাক হ'লোঁ।

ঃ নাজানো তেওঁ ক'ত পালে !

আমি কিছুসময় মৌন হৈ থাকিলোঁ।

ঃ কথা কওক না !

ঃ কি ক'ম ?

ঃ আপোনাৰ যি মন যায় তাকে কওক।

মই অলপ সময় চিন্তা কৰিলোঁ কি ক'ম। এইৰপৰা অথনিৰ ৰহস্যময় ব্যক্তিজনৰ খবৰ ল'ব লাগিল। এই নিশ্চয় বিনোদবিহাৰীৰ ছোৱালী !

ঃ বেয়া নাপাবা, তুমি ইমান নিশালিকে ...ৰ অকলে বহি আছিলা কিয় ?

ঃ মোৰ মন ভাল লগা নাছিল।

ঃ কেলেই ?

তাই কিছুসময় একো নকৈ মোৰ চকুলৈ চালে।

ঃ আপোনাৰপৰা লুকুৱাই লাভ নাই। মোৰ দেউতাক পুলিছে এৰেষ্ট কৰিছে মণিকা বাইদেউক হত্যা কৰাৰ অভিযোগত।

ঃ মণিকা হত্যাৰ অভিযোগত ? কোন মণিকা ? দেউতাৰানো কোন ? —মই একো নজনাৰ ভাও ধৰি সুধিলোঁ।

ঃ মণিকা শইকীয়া দেউতাৰ ছেক্রেটাৰি আছিল। দেউতাৰ নাম বিনোদবিহাৰী বেনাৰ্জি। — তাই তলমূৰ কৰি উত্তৰ দিলে।

ঃ তুমি কি বুলি ভাবা ?

ঃ দেউতা ইনোচেন্ট ! মণিকাক অইন কোনোবাইহে হত্যা

কৰিছে ; - তাই অনুচ্চ কণ্ঠেৰে ক'লে।

ঃ বাৰু, মণিকা কেনে চৰিত্ৰৰ ছোৱালী আছিল জানানে?

ঃ মণিকা! মণিকা বাইদেউক মই ভাল পাইছিলোঁ! কিন্তু তথাপিতো ক'ম, তেওঁ এজনী বেয়া ছোৱালী আছিল।

ঃ অ'!

স্বাতীৰ ফটো একপি ল'ব লাগিল। মই ক্ষুদ্ৰ কেমেৰাটো উলিয়াই ছিগাৰেট জ্বলোৱাৰ চলেৰে তাইৰ ক্লোজআপত ফটো ললোঁ।

ঃ অথনি যে অ'ভাৰকোট আৰু ফেল্ট হেট পিন্ধি মানুহজন আহিছিল, তেওঁ কোন?

ঃ মোৰ ককাইদেউ। সি মোক নিবলৈ আহিছিল ঘৰলৈ। মই নাযাওঁ বুলি কোৱাত সি গুচি গ'ল।

স্বাতীয়ে মিছা কথা কৈছে। ছোৱালীজনী দেখাত যিমান সৰল, তলে তলে তাই সা থাতিক জটিল চৰিত্ৰৰ। ৰহস্যময় ব্যক্তিজনৰ প্ৰকৃত পৰিচয় তাই দিয়া নাই। পিছত উলিয়াব লাগিব বুদ্ধি কৰি তাইৰ পৰা সেই কথা।

ঃ ব'লা যাওঁগৈ। মই গাড়ী লৈ আহিছোঁ। তোমাক মাহী-য়েৰাৰ ঘৰত নমাই দিম।

ৰেষ্টোৰাঁখনৰ গ্ৰাহক কমি যোৱা দেখি মই কৈয়েই থিয় দিলোঁ। তাইয়ো উঠিল।

ঃ এই!

ঃ হুঁ! কি হ'ল? গিয়েৰ চেঞ্জ কৰি মই সুধিলোঁ। —কি হ'ল, একো নক'লা দেখোন! কোৱা আৰু' কি ক'ব খুজিছিলা'

—তাই একো নমতা দেখি মই সুধিলোঁ।

ঃ নাই, এনেয়ে মাতিছিলোঁ। —তাই হাঁহো হাঁহো কৰি মোলৈ চাই উত্তৰ দিলে।

ঃ ধেৎ আঁকৰীজনী ক'ৰবাৰ! —মোৰ কাষতে বহি যোৱা স্বাতীৰ সোঁহাতখন মই মোৰ বাঁওহাতেৰে চেপি ধৰিলোঁ!

# ন

পুৱা সাৰ পাওঁতে পলম হৈ গ'ল। সেয়ে লৰালৰিকৈ মুখ-হাত ধুই উঠি চাহ-জলপান খায়েই 'ট্ৰিবিউন'খন মেলি ললোঁ। বাতৰিবোৰৰ হে'ড্ লাইনবোৰ পঢ়ি যাওঁতে বক্স কৰি পৰিবেশন কৰা বাতৰিটোৰ শিৰোনামাত মোৰ চকু বৈ গ'ল। 'কলেজ গাৰ্ল কমিটছ ছুইছাইড' শীৰ্ষক বাতৰিটো পঢ়ি গ'লোঁ। বাতৰিটোত তেনেকৈ একো বিশেষত্ব নাই ; স্থানীয় কলেজ এখনৰ হোষ্টেলত থকা কোনোবা দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰী এজনীয়ে অজ্ঞাত কাৰণত আত্মহত্যা কৰিছে।

মই ভাবিবলৈ বাধ্য হ'লোঁ, ছোৱালীজনীয়ে কিহৰ বাবে আত্মহত্যা কৰিব পাৰে ! কিহৰ দুখত মৰিল তাই ? এজনী শিক্ষিতা গাভৰুৱে জীয়াই থাকি জীৱনটোক পৰিপূৰ্ণভাৱে উপভোগ কৰিবলৈ সাহস গোটাব নোৱাৰিলে কিয় ?

ঃ জ্যোতি দা !

মই মূৰ তুলি চাই দেখিলোঁ, শৰৎ থিয় দি আছে মোৰ পিছ-ফালে। মই তেওঁক বহিবলৈ ক'লোঁ।

ঃ তুমি আজিৰ কাকতত পঢ়িছা নহয়নে খবৰটো ? —তেওঁ বহি সুধিলে।

ঃ কোনটো খবৰ ?

ঃ ছোৱালীজনীয়ে আত্মহত্যা কৰাৰ খবৰটো !

ঃ এৰা পঢ়িছোঁ। কিয় সুধিলা ? - মই আচৰিত হ'লোঁ।

ঃ এডিতা বাৰুৱতীয়ে আত্মহত্যা কৰিলে আৰ্ছেনিক খাই।

ঃ কোন এডিতা বাৰুৱতী ? —মই আগতকৈও বেছি আচৰিত হ'লোঁ।

ঃ অ' তুমি নাম ক'লে নুবুজিবা। গোটেই ঘটনাটো কওঁ শুনা। তুমি মোক সিদিনা কৈছিলা হোষ্টেলত খবৰ ল'বলৈ। মই গৈ মীনা দাস নামৰ ছেকেণ্ড ইয়েৰৰ ছোৱালীজনীক ফুচুলাই কিছু কথা উলিয়ালোঁ। তাই ক'লে, পালমীৰা আগৰৱালা নামৰ ছোৱালী-জনীৰ জন্মদিন উপলক্ষে পালমীৰা, এডিতা বাৰুৱতী, সুজানা কেম্পবেল, চাৰাৰা আহমেদ, ভাৰতী বসু আৰু আৰতি ৰে'ই সিহঁতৰ বয়ফ্ৰেণ্ড ছজনৰ সতে ছপিঙলৈ যাওঁ বুলি ছুখন এম্বেছাডৰত কুল্‌চিলৈ গৈছিল যোৱা পোন্ধৰ ফেব্ৰুৱাৰি, শনিবাৰে। সিহঁতৰ মতে, সেয়া হেনো 'প্লিজাৰ ট্ৰিপ' আছিল। তাত সিহঁতে ভোজ-ভাত খাইছিল, নাচিছিল, গাই-ছিল আৰু মদো খাইছিল। মদ খোৱাৰ কথা শুনি মই আচৰিত হৈছিলোঁ। কিন্তু মীনাই কৈছিল, পালমীৰা, এডিতাহঁত আটাইকিজনী ছিলঙৰ ছ'ছাইটি গাৰ্ল। সিহঁতৰ ছ'ছাইটিত মদ খোৱাটো হেনো অন্য এক বৈশিষ্ট্য; অন্য কথাত— এটিকেট! কিন্তু কালি গাৰ্লছ হোষ্টেলৰ চকিদাৰ ৰামস্বৰূপক ফুচুলাই মই সাংঘাতিক বস্তু কেইটিমান পালোঁ। মোৰপৰা দহটকা বকচিচ পাই চকিদাৰে লেটাৰ বক্সৰপৰা পালমীৰা, এডিতা আৰু আন চাৰিজনী ছোৱালীৰ নাম লিখা ছখন গধুৰ লেফাফা চুৰ কৰি আনি মোক দিলে। লেফাফা ফালি মই একে ধৰণৰ টাইপ কৰা ছখন চিঠি আৰু বাৰখন অশ্লীল ফটো পালোঁ। কোনোবা বদমাচে কুল্‌চিত পালমীৰাহঁতক বয়ফ্ৰেণ্ডকেইটাৰ সতে প্ৰায় নাঙঠ আৰু অসংলগ্নভাৱে প্ৰেমপাশত আবদ্ধ হৈ থকা অবস্থাত ফটো তুলিছে। ফটোকিখন প্ৰত্যেকটো যোৰাৰে ছুটা ছুটা প'জত তোলা। প্ৰত্যেককে বেলেগ বেলেগ চিঠিত সম্বোধন কৰি লিখিছে— 'কাইলৈ সন্ধিয়া ছয় বজাত যদি আমাৰ বস্তুবোৰ ইয়াৰপৰা লৈ গৈ লক্ষ্যস্থলত নিৰাপদে হস্তান্তৰ নকৰা, তেনেহ'লে এই ফটোবোৰৰ কপি তোমালোকৰ প্ৰিন্সিপাল, অভিভাবক আৰু তুমি প্ৰতাৰণা কৰা আন এখন নগৰত থকা তোমাৰ প্ৰেমিকলৈ পঠিয়াবলৈ বাধ্য হ'ম। অকল সিমানেই নহয়, এই ফটো ছুখনৰ কপি এনলাৰ্জ কৰাই,

সকলোৱে দেখা ঠাইত আঁৰি থ'ম। মনত ৰাখিবা, বৰপুলৰ ওচৰত গাড়ী বৈ থাকিব। —ইতি॥ তোমাৰ শুভাকাংক্ষী বন্ধু।'

ঃ এয়া লোৱা ফটো আৰু চিঠি।

শৰতে এনভেলাপ ছটা মোলৈ আগবঢ়াই দিলে।

ঃ কিন্তু এডিতাই আত্মহত্যা কিয় কৰিলে জানানে কিবা? —ফটোকিখন আৰু চিঠিবোৰ এখন এখনকৈ চাই মই সুধিলোঁ।

ঃ নাজানো; কিন্তু মেট্ৰনে প্ৰুৱা পুলিছক কৈছে, সন্ধিয়া সাতবজা-মানত হেনো ক'ৰবাৰপৰা এডিতাৰ ফোন কল আহিছিল। ফোনত বোধকৰোঁ কোনোবাই তাইক ধমক দিছিল, গতিকে তাই শেঁতামুখেৰে ফোনটো থৈ তাইৰ কোঠাত সোমাই দুৱাৰ বন্ধ কৰি দিছিল। নিশা দহবজা-মানত তাই আত্মহত্যা কৰিছে বোধকৰোঁ!

মই কিছুসময় চিন্তা কৰিলোঁ, কি কৰা উচিত। শেষত মই সিদ্ধান্তলৈ আহিলোঁ।

ঃ শৰৎ, মই চিঠি এখন লিখি দিওঁ, তুমি ৰাজীৱক দিবা। পৰহি তোমালোকৰ কলেজৰ ছোৱালীজনীক মোক খুন্দিয়াব খোজা ক'লা এম্বেছাডৰখনত দেখা দেখি মই ঠিকেই সন্দেহ কৰিছিলোঁ, কোনোবাই সিহঁতক ব্লেকমে'ল কৰি স্মাগ্‌লিঙত লগাইছে বুলি। এই চিঠিৰ আগেয়েও সিহঁতক ফটো দেখুৱাই ভয় খুৱাইছে। যিয়েই নহওক, তুমি ৰাজীৱৰ সতে থাকিবা আজি সন্ধিয়া। তাক ছোৱালী-কেইজনীক চিনাই দিবা। আজি দলটো নিশ্চয় ধৰা পৰিব!

মই চিঠি এখন লিখি শৰতৰ হাতত দিলোঁ।

ঃ কিন্তু জ্যোতিদা, তোমাৰ লগতহে থাকিম বুলি ভাবিছিলোঁ মই! —শৰতে মৃদু আপত্তি জনালে।

ঃ তুমি মোক নিশা নিশ্চয় লগ পাবা। ৰাজীৱে তোমাক লৈ যাব। মই তালৈ লিখি দিছোঁ। অ', তুমি ৰাজীৱৰ বাহিৰে আনৰ হাতত নিদিবা সেই চিঠিখন। আৰু এটা কথা, সুজাতাইতৰ চিঠিকেইখন সন্ধিয়াৰ আগেয়ে সিহঁতে পোৱাৰ বন্দোবস্ত কৰা।

মই ফটোকিখন ৰাখি চিঠিকেইখন শৰতৰ হাতত দিলোঁ।

ঃ তেনেহলে মই যাওঁ এতিয়া।

শৰৎ ওলাই গ'ল। শৰৎ ওলাই যোৱাৰ কিছুসময়ৰ পাছতে অৰুণ সোমাই আহিল।

ঃ শুন অৰুণ, তইতো ছাউণ্ড ইঞ্জিনিয়াৰ! তই এটা কাম কৰ, আজি সন্ধিয়া সাতবজাৰপৰা মই গৈ নোপোৱালৈকে তই 'কাফে ডি মেৰিনো'লৈ যোৱা মানুহবোৰৰ কথা-বতৰাবোৰ টেপ্ কৰিব লাগিব।

ঃ সকলোবোৰৰ কেনেকৈ টেপ্ কৰিম? – সি অলপ আচৰিত হৈ সুধিলে।

ঃ সকলোবোৰৰ নালাগে। চুকৰ ছুখন মেজত যিমান মানুহ বহে, সেই সকলোৰে। মেনেজাৰে তোক সুবিধা কৰি দিব। তই ছুটা টেপ্ ৰেকৰ্ডাৰ পাবি তাতে। যিমান লাগে সিমান কেছেট পুলিছে যোগান ধৰিব!

আনবোৰ মেজত মিছাকৈয়ে ৰিজাৰ্ভড প্লেট থোৱা হ'ব। মই নিশা দহ বজাত গৈ পাম। এতিয়া ৰাজীৱৰ ওচৰলৈ যা আৰু কি কৰিব লাগিব সিয়েই ক'ব।

অৰুণ ওলাই গ'ল। ময়ো গা ধুবলৈ থিয় হ'লোঁ।

ঃ হঠাতে ক'লৈ যাবলৈ ওলাল জ্যোতিবাবু? – পুলিছ জীপৰ ষ্টিয়াৰিং হুইলত ধৰি আচৰিত হৈ ছাব্-ইন্সপেক্টৰ বৰুৱাই সুধিলে।

ঃ ক'জি ভিলা, কুইক। মই ছিগাৰেট এডাল জ্বলাই তেওঁক জীপ চলাবলৈ নিৰ্দেশ দিলোঁ। জীপৰ স্পিডোমিটাৰৰ কাঁটা দহ, বিছ, ত্ৰিছ, চল্লিছ কৰি ৰাঠিৰ ঘৰ পালে। ময়ো একান্তমনে চিন্তা কৰাত লাগিলোঁ।

মই জানো বস্তুটো পাম? যদি শত্ৰুৱে লৈ গৈছে ইতিমধ্যে! কিন্তু শত্ৰুৱেই বা কিদৰে জানিব বস্তুটো তাত আছে বুলি! ছেঃ, মোৰ

পলমেই হৈ গ'ল যেন পাইছোঁ! জীপখনৰো স্পিড নাই যেন লাগিছে! পুলিছেও পহৰা উঠাই দি বেয়াই কৰিলে যেন পাওঁ!

এটা সময়ত টিলাটোৰ গাৰ সৰু অকোঁৰা-পকোৰা আলিটো পাৰ হৈ জীপখন 'ক'জি ভিলা'ৰ কাঠৰ গেটখনৰ ওচৰত ৰ'ল। মই নামি গৈ গেটখন খুলি দিলোঁ। লগে লগে বৰুৱাই জীপখন নি কাৰছে'ডত ৰাখিলে।

ঃ সোনকালে ছিল্ ভাঙি তলাটো খোলক বৰুৱা।

বৰুৱাই তাকে কৰিলে। তলা খুলি আমি ভিতৰ সোমালোঁ। বৰুৱাতকৈ আগ হৈ মই ড্ৰয়িং ৰুম আৰু ডাইনিং ৰুম এৰি বে'ড ৰুমত প্ৰবেশ কৰিলোঁ; কিন্তু বে'ড ৰুমটো দেখি মোৰ মূৰত উল্কাপাত হোৱা যেন লাগিল। বে'ড ৰুমৰ পূৱফালে থকা খিৰিকীখন খোলা। মই লৰালৰিকৈ পঢ়া টেবুলখনৰ ওচৰলৈ গৈ টেবুল লাইটটো চালোঁ; কিন্তু মোৰেই দুৰ্ভাগ্য, শত্ৰুৱে মোতকৈও আগেয়ে আহি টেবুল লাইটৰ মিঙ্কি বাল্বটো লৈ গৈছে। মোৰ নিজৰ মূৰ্খামিৰ বাবে নিজৰ দুয়ো গালতে চৰিয়াবৰ মন গ'ল।

ঃ কি হ'ল জ্যোতিবাবু?

বৰুৱাই অবাক হৈ সুধিলে।

ঃ ব'লক বৰুৱা, সিহঁতৰ কাম সিহঁতে শেষ কৰি গ'ল।

ঃ মানে?

মই একো উত্তৰ নিদি দুখ মনেৰে বাৰাণ্ডালৈ ওলাই আহি জীপত বহিলোঁ। বৰুৱাও মোৰ পিছে পিছে ওলাই আহিল।

# দহ

নিশা ন বাজি পঞ্চল্লিছ মিনিটত মই মোৰ গাঢ় নীল ৰঙৰ ৰয়েল এনফিল্ডখন 'কাফে ডি মেৰিনো'ৰ সম্মুখত পাৰ্ক কৰিলোঁ। কাতি মাহৰ হৈমন্তী সন্ধিয়াত হঠাতে কুঁৱলীবোৰ বেছি হৈ পৰিছিল। লগে লগে উত্তৰ দিশৰপৰা সেমেকা বতাহ বৈছিল। সেয়ে মই অ'ভাৰ কোটটোৰ কলাৰ উঠাই ফেল্ট হেটটো কপাললৈকে টানিলোঁ। ৰেষ্টোৰাঁখনৰ ফ্ল'ৰছেন্ট টিউব আৰু নিয়ন লাইটৰ বৰ্ণালীৰে লিখা ছাইনব'ৰ্ডখনলৈ চাই দীঘল দীঘল খোজ পেলাই ভিতৰলৈ সোমাই গ'লোঁ।

ঃ ও. কে. মেনেজাৰ? —কাউন্টাৰত বহি থকা মেনেজাৰক মই সুধিলোঁ। মেনেজাৰে মোক চিনিব নোৱাৰি মোৰ মুখলৈ চালে।

ঃ এছ. এছ. আলফা, ব্ৰেভো, ছাৰ্লি, ৰান! অল ও. কে.? —মই ক'লোঁ।

ঃ ওহ্, ও. কে. ছাৰ! ও, কে! —মেনেজাৰ সন্ত্ৰস্ত হৈ পৰিল।

মই এবাৰ ৰেষ্টোৰাঁৰ গ্ৰাহকসকললৈ চালোঁ; চুকৰ মেজ দুখনৰ এখনত এগৰাকী মহিলা আৰু এজন ছুট পৰিহিত পুৰুষে কিবা আলোচনা কৰি আছে আৰু আনখন মেজত অকলে স্বাতী বহি আছে। অলপ আঁতৰৰ মেজ এখনত দুজন পুৰুষ বহি আছে। আন-বোৰ মেজত 'ৰিজাৰ্ভড প্লেট' থোৱা আছে।

ঃ হু আৰ্ দ'জ চেপ্ছ? —মেনেজাৰক মানুহ দুজনৰ কথা সুধিলোঁ।

ঃ পুলিছ অফিছাৰছ ইন ছিভিল ড্ৰেছ, ছাৰ!

ঃ মেনেজাৰ, কেন ইউ টেল মি হাউ লং ছি হেজ বিন্ দেয়াৰ? মই স্বাতীৰ কথা সুধিলোঁ এইবাৰ।

ঃ ছিন্স এন আৱাৰ, ছাৰ!

এইবাৰ মই মেনেজাৰৰ কোঠাত সোমালোঁ। অকণে টেপ্ কৰি আছিল। মাজে মাজে হেড ফোনত কথা-বতৰাবোৰ শুনি হাঁহিছিল। মই সোমোৱা সি নেদেখিলে।

ঃ এনি ইন্টাৰেষ্টিং ইয়ং মেন ?

ঃ নাথিং ইন্টাৰেষ্টিং, জাষ্ট লাভ এফেয়াৰ্ছ ! বাট—বাট, হু আৰ য়ু ? —সি মোক ভালকৈ লক্ষ্য কৰি অবাক হৈ গ'ল। মই একো উত্তৰ নিদি ৰহস্যপূৰ্ণভাৱে মিচিকিয়া হাঁহি মাৰিলোঁ।

ঃ হেণ্ডছ আপ্, য়ু ইন্ট্ৰুডাৰ। সি হঠাতে তাৰ জেপৰপৰ মই দিয়া পিষ্টলটো উলিয়াই মোলৈ টোঁৱালে।

ঃ ইজি বয়, ইজি। ড'ন্ট ব'দাৰ ! কা'ন্ট ইউ ৰিকগ্নাইজ মি ? —মই তাক বাধা দি কৈ উঠিলোঁ।

ঃ আৰে চালা তই ! কিন্তু কেনেকৈ চিনিম ক তোক ! কপাললৈ টনা ফেল্ট হেট, কলাৰ উঠোৱা অ'ভাৰ কোট, শৰীৰৰ আৰ্টিফিছিয়েল কালাৰ আৰু ফ্ৰেঞ্চ কাট ডাঢ়িৰে তই যিটো হৈ আছ, তই বিয়া কৰোৱা হ'লে কিজানি তোৰ ঘৈণীয়েৰেও নিচিনিলেহেঁতেন ! সি পৰম বিস্ময়েৰে কৈ উঠিল।

ঃ ইম্পৰ্টেন্ট টেপ্ আছেনেকি কিবা ? — মই তাক সুধিলোঁ।

ঃ অলপ ৰ, দিছো। - সি চলি থকা কেছেটটো শেষ হ'বলৈ ধৰা দেখি আনটো টেপ্ ৰেকৰ্ডাৰ চলাই দিলে। মই শুনি গ'লোঁ। কেইমুহূৰ্তমানৰ পাছত কথা ওলাল।

ঃ পালমীৰা, তই ইয়াত ?

ঃ এৰা ! বৰ বিপদত পৰিছোঁ, জান !

ঃ কি বিপদ ?

ঃ আমি যে কুল্চিলৈ গৈছিলোঁ পিক্নিক্ খাবলৈ, তাত এটা এক্সিডেন্ট হৈছিল। মানে আমাৰ ফটো তুলিছিল কোনোবা বদমাচে।

ঃ পিছে কি হ'ল ?

ঃ সিহঁতে আমাক ব্লেকমে'ল কৰিছে !

ঃ ব্লেকমে'ল ? কেনেকৈ ?

ঃ সিহঁতে ধমকি দি চিঠি লিখিছে ঘৰত সকলোবোৰ কৈ দিব বুলি, যদিহে আমি সিহঁতৰ অবৈধ বস্তু কিছুমান এঠাইৰপৰা আন ঠাইত ডেলিভাৰি নিদিওঁ! আজি দহদিনমান আগেয়ে ফটোৰ কপিও পাইছিলোঁ। আমিও ভয় খাই সিহঁতৰ কথামতেই কাম কৰিলোঁ। কিন্তু এডিতাই আত্মহত্যা কৰিলে কালি সকলোবোৰ জনাজনি হয় বুলি!

ঃ এডিতাই সেই কাৰণেই আত্মহত্যা কৰিলেনেকি ?

ঃ এৰা, সেই কাৰণেই! আজিও চিঠি পাইছিলোঁ। সিহঁতৰ কাম কৰি দিব লাগে বুলি। গৈছিলোঁও বাধ্য হৈ; কিন্তু সকলোবোৰ গোলমাল লাগি গ'ল। আগৰেপৰা খাপ লৈ থকা পুলিছে ভাৰতী, চাবাহা, সুজানা আৰু আৰতিক আন চাৰিটা বদমাচৰ সতে ধৰা পেলালে। মই পাপাৰ গাড়ীখন লৈ গৈছিলোঁ। কথা বিষম দেখি মই লাইট অফ্ কৰি পলাই আহিলোঁ! এতিয়া কি হ'ব বাৰু স্বাতী, ইমান ডাঙৰ এটা স্কেণ্ডেল হৈ গ'ল যে ? ময়ো আত্মহত্যাই কৰিব লাগিব নিশ্চয়!

ঃ তই আত্মহত্যা কৰিব নালাগে। তহঁতৰ একোৱেই নহয়। ভালেই হৈছে, বদমাচ ধৰা পৰিব। তদুপৰি তহঁতৰ দোষ নাই! তই আজি পাপাৰৰ লগতেই থাক গৈ।

মই ছুইচটো অফ্ কৰি দিলোঁ।

তেনেহলে স্বাতীয়ে পালমীৰাইঁতৰ কথাটো আগৰেপৰা জানে! তায়ো সেই দলৰেনেকি ? উস্ কি সাংঘাতিক ছোৱালী তাই!

ঃ তোৰ মাইক্ৰ'ফোন ক'ত আছে ? - মই অৰুণক সুধিলোঁ।

ঃ টেবুল দুখনত থকা ফ্লাৱাৰ ভেছ দুটাৰ ভিতৰত। কেব্‌ল-কেইডাল কাৰ্পেটৰ তলেদি আনিছোঁ। এই জ্যোতি, সৌটো কোন আহিল তাইৰ ওচৰলৈ, চা!

অৰুণৰ কথামতে মই পৰ্দা ফাঁক কৰি বাহিৰলৈ চাই দেখিলোঁ, কালিৰ ৰহস্যময় ব্যক্তিজন আকৌ স্বাতীৰ ওচৰলৈ আহিছে। মই অৰুণক সিখন মেজৰ কানেক্চন কাটি স্বাতীহঁতৰ কথা টেপ্ কৰিবলৈ ক'লোঁ। সি তাকে কৰিলে। তুৱাৰখনৰ হুক্ লগাই মই অৰুণৰ-পৰা হে'ডফোনটো আনি মোৰ কাণত পিন্ধি স্বাতীহঁতৰ আলোচনা শুনিবলৈ ধৰিলোঁ।

ঃ সি আজিও আহিব নেকি ? - মানুহটোৰ কণ্ঠস্বৰ ভাহি আহিল।

ঃ আহিব। —স্বাতীৰ সৰু উত্তৰ।

ঃ তাক আজি তুমি হত্যা কৰিব লাগিব।

ঃ নেভাৰ ! —স্বাতীয়ে চিঞৰি দিলে।

ঃ তুমি তাক হত্যা কৰিবই লাগিব। সি আমাৰ বহুতো কথা জানি পেলাইছে। সি পুলিছৰ বন্ধু ; এ ৰাচড্‌গ ! লোৱা এই পিষ্টলটো। এটা গুলিয়েই যথেষ্ট তাৰ বাবে !

ঃ কেতিয়াও নোৱাৰো।

ঃ পাৰিবই লাগিব। —মানুহটোৱে ধমক দি উঠিল।

ঃ মই জ্যোতিদাক ভাল পাওঁ। মই তেওঁক কেতিয়াও হত্যা কৰিব নোৱাৰোঁ। লাগিলে আপোনালোকে মোকেই হত্যা কৰক। তথাপিতো জ্যোতিদাৰ একো অন্যায় নকৰিব, প্লিজ ! -- স্বাতীয়ে কান্দি দিলে।

ঃ অ', তেনেহলে ইমানখিনি পাইছেগৈ ! মূৰ্খ ছোৱালী ক'ৰবাৰ ! পুলিছৰ কুকুৰ এটাৰো প্ৰেমত পৰে ! বাৰু, তুমি পিষ্টলেৰে গুলিয়াব নালাগে, তাক বিষ দি মাৰিব লাগিব। নহ'লে আমিয়েই তাক হত্যা কৰি তাৰ মঙহ কাটি ডোখৰ ডোখৰকৈ কুকুৰ-শিয়ালক খাবলৈ দিম। তোমাৰ মা-দেউতা, ককাইদেউ আৰু তোমাকো নিৰ্মমভাৱে হত্যা কৰিম। মনত ৰাখিবা, আমাৰ কথাৰ লৰচৰ নহয়।

মানুহটো উঠি যোৱাৰ শব্দ হ'ল। স্বাতীয়ে কান্দিয়েই থাকিল। মই ছুইচ্‌টো অফ্ কৰি দি বাহিৰলৈ ওলাই আহিলোঁ। স্বাতীলৈ

চালোঁ, তাই চকুত ৰুমাল দি উচুপি আছে। পুলিছ অফিছাৰ দুজনৰ এজনে বোধকৰোঁ অলপ আগেয়ে স্বাতীক ধমক দিয়া মানুহ-জনৰ পিছ লৈছে। ইজনহে অকলে বাতৰি কাকত পঢ়ি বহি আছে। তেওঁ প্ৰতি মুহূৰ্ততে মোক লক্ষ্য কৰিছে। মাজে মাজে তেওঁ ক্ৰন্দনৰতা স্বাতীকো চাইছে।

ঃ হোৱাটছ ৰং মেডাম ? - মই স্বাতীৰ ওচৰলৈ গৈ সুধিলোঁ। তাই মূৰ তুলি মোলৈ চালে।

ঃ নাথিং ৰং। প্লিজ ফৰদা হেভেন্‌ছ, লিভ মি এল'ন। —তাই মোক নিচিনি কৈ উঠিল। মোৰ মনে মনে বেয়াই লাগিল। তাইক মোৰ প্ৰকৃত পৰিচয় দি মৰম কৰি দিবৰ মন গ'ল। দুগালেদি বৈ যোৱা তাইৰ চকুপানীবোৰ আলফুলকৈ মচি দিবৰ মন গ'ল মোৰ। হঠাতে মোৰ মনটো দুৰ্বল হৈ যোৱা যেন লাগিল। কিন্তু তথাপিতো মই সংযত হৈ বাহিৰলৈ ওলাই আহি মোৰ মটৰ বাইকৰ ষ্টাৰ্টাৰডাল সোঁভৰিৰে তললৈ জোৰেৰে হেঁচি দিলোঁ। লগে লগে ইঞ্জিনটোৱে গৰ্জন কৰি উঠিল।

মটৰ বাইকখন কাঞ্চাটোক গেৰেজত থ'বলৈ দি মই মোৰ কোঠাত সোমাই ড্ৰেছিং মিৰ'ৰৰ সন্মুখত বহি মেক্‌-আপ্‌ খুলি পেলালোঁ। বাথ-ৰুমৰ বেছিনত মুখমণ্ডল ভালকৈ চাবোনেৰে ধুই ডিঙি আৰু মুখৰপৰা ক'লা ৰং তুলি পেলালোঁ। কিছু সময়ৰ পাছত কাঞ্চাই দি যোৱা গৰম কফিৰ কাপটো শেষ কৰি অ'ভাৰ কোটটো পিন্ধি, ফেল্ট হেটটো কপাললৈ টানি লৈ গেৰেজলৈ গ'লোঁ। মোৰ ক'লা ৰঙৰ ফিয়েটখনৰ আগে-পিছে দুখন ফল্‌ছ নাম্বাৰ প্লেট লগাই ড্ৰাইভিং ছিটত বহি ইঞ্জিন ষ্টাৰ্ট দিলোঁ।

মই লাহে লাহে পাণবজাৰৰ অ'ভাৰ ব্ৰিজ পাৰ হৈ ডি. ছি.ৰ বাংলাৰ ফাললৈ গ'লোঁ। তিনিআলিটো পাৰ হৈ মই ষ্ট্ৰেণ্ড ৰোডলৈ

ঘূৰিলোঁ। ছিগাৰেট এডাল জ্বলাই ঘড়ীৰ ফছফৰাছ ডায়েললৈ চালোঁ, এঘাৰ বাজি পোন্ধৰ মিনিট গৈছে। মই গাড়ীৰ স্পিড বঢ়াই দিলোঁ।

জনশূন্য আলিবাট। কুঁৱলীয়ে গোটেইখন আবৰি পেলাইছে। লুইতৰ ওপৰতো কুঁৱলীয়ে চাদৰ মেলি দিছে। সিপাৰৰ পোহৰৰ দ্যুতি কুঁৱলীয়ে ঢাকি পেলাইছে। মোৰ মনটো হঠাতে বেদনাৰে গধুৰ হৈ পৰিল। আজিৰ এই নিস্তব্ধ শেৱালিসৰা ৰজনীৰ শান্ত সমাহিত কুঁৱলীৰ সাগৰত ডুব গৈ জীৱন-যৌৱনৰ জয়গান গাবলৈ, মিঠা মিঠা সুৰৰ মৃদু-মধুৰ কম্পনেৰে অনাগত দিনবোৰ সোণালী কৰিবলৈ, টুকুৰা-টুকুৰ কথাৰ কাকলিৰে চাৰিওকাষৰ পৰিবেশ মুখৰিত কৰিবলৈ, ইন্দ্ৰধনুৰ বৰ্ণালিৰে মনাকাশ ৰাঙলি কৰি মৃদু-মধুৰ বেদনাবিধুৰ ক্ষণেৰে জীৱন পাত্ৰ পূৰ্ণ কৰিবলৈকে যে আজি

গাড়ীখনে এক বিকট শব্দ কৰি ৰৈ গ'ল। মই লৰালৰিকৈ দুৱাৰ খুলি নামি গৈ গাড়ীত ঘঁহনি খাই পৰিযোৱা মূৰ্তিটোৰ কাষ পালোঁগৈ। বোধকৰোঁ বেছি দুখ পোৱা নাই। মই তেওঁৰ দুয়ো বাহুত ধৰি তুলি দিলোঁ।

ঃ স্বাতী, তুমি? —মই অবাক' হৈ গলোঁ। তাই মূৰ তুলি মোলৈ চালে।

ঃ তুমি হঠাতে মোৰ মটৰৰ আগত জ'াপ মাৰিলা কিয়? তাই একো উত্তৰ নিদিয়া দেখি মই সুধিলোঁ। তাই বোবাৰ নিচিনাকৈ মোৰ চকুলৈ পলকবিহীন চকুৰে চায়েই থাকিল। তাইৰ সৰ্বশৰীৰ হঠাতে কঁপি উঠিল। তাই পৰি যাব বুলি মোৰ ভয় হ'ল; সেয়ে মই আকৌ তাইৰ বাহুত ধৰি পেলালোঁ। তাই অবাক হৈ চাই থকা দেখি মোৰ ভাব হ'ল, তাই বোধকৰোঁ মোক চিনি পোৱা নাই! মই ফেল্ট হেটটো এহাতেৰে খুলি মটৰৰ ভিতৰলৈ দলিয়াই দিলোঁ। তাই তথাপিতো একোৱেই নকৈ মোৰ মুখমণ্ডল তাইৰ দুহাতৰ মাজত লৈ চাবলৈ ধৰিলে। মোৰ বৰ অদ্ভুত লাগিল। ছোৱালীজনী হঠাতে বলিয়া হ'লনেকি!

ঃ জ্যো-তি! তুমি ভালে আছা নহয়নে, তুমি ক'তোৱেই ছুখ পোৱা নাইতো? —তাই হঠাতে চিঞৰি উঠিল!

ঃ এৰা, মই ভালেই আছোঁ, স্বাতী। মোৰ একোৱেই হোৱা নাই। কিন্তু তুমি কেলেই সুধিলা তেনেদৰে, কোৱাচোন? —মই এইবাৰ আগতকৈও আশ্চৰ্য্যবোধ কৰিলোঁ। তাই হঠাতে মোক 'তুমি' বুলিলে কিয়?

ঃ আঃ, মই আজি ভীষণ সুখী, জানা। ভীষণ সুখী। তোমাক আৰু মোৰ ওচৰৰপৰা আৰু কোনেও নিব নোৱাৰে।

মই বুজিব পৰাৰ আগেয়ে তাই মোৰ গালে-মুখে টপা-টপ চুমা খাই দিলে। মই বৰ বিব্ৰত বোধ কৰিলোঁ। সেয়ে মই তাইক বাধা দিবলৈ চেষ্টা কৰিলোঁ।

ঃ এই স্বাতী, কি হ'ল তোমাৰ? পগলা হ'লানেকি তুমি? স্বাতী!

মই তাইক বাঁউসীত ধৰি জোকাৰি দিলোঁ; কিন্তু মানসিক উত্তেজনাৰ আধিক্য হেতু হঠাতে তাই অজ্ঞান হৈ পৰিল। তৎক্ষণাৎ তাইক ধৰি মই গাড়ীৰ ভিতৰত বহুৱাই দিলোঁ। এনেতে মই কিছু আঁতৰত আমাৰ ফালে আগবাঢ়ি অহা কেজনমান মানুহ দেখিলোঁ। বিপদৰ আশংকা কৰি মই গাড়ী ষ্টাৰ্ট দি জোৰেৰে ভৰলুমুখৰ ফাললৈ চলাই নিলোঁ; কিন্তু অৰিয়েণ্টেল বিল্ডিঙৰ ওচৰ পাই মই গাড়ীখন ছাৰ চাদুল্লা ৰোডেদি লৈ গ'লোঁ। হঠাতে ছাৰ চাদুল্লা ৰোড এৰি গোপীনাথ বৰদলৈ ৰোডেৰে তীব্ৰ গতিৰে আগবাঢ়িলোঁ।

দীঘলীপুখুৰীৰ ওচৰ পাই পদ-পথৰ ওচৰত গাড়ীখন থৈ লৰালৰিকৈ মই ৰিভল্‌ভিং গেটেৰে পুখুৰীৰ পাৰ পালোঁ। পাৰ্কৰ চকিদাৰটো শুই থকা বাবে মোৰ অকণো অসুবিধা নহ'ল। মই খটখটিৰে পানী-যুঁৱলীলৈ নামি গৈ মোৰ ৰুমালখন পানীত তিয়াই গাড়ীলৈ উভতি আহিলোঁ। স্পিডোমিটাৰৰ লাইটৰ পোহৰত মই স্বাতীৰ চকু-মুখত

ৰুমাল চেপি পানী দিলোঁ। তথাপিতো তাই জ্ঞান নোপোৱা দেখি ৰুমালখনেৰে তাইৰ মুখ মচি দিলোঁ। হঠাতে তাইৰ শৰীৰটো মোৰ ফালে হাউলী পৰা বাবে মই তাইক বাঁওহাতেৰে সাবটি ধৰিলোঁ।

ঃ স্বাতী, স্বাতী সোণজনী! চকু মেলাচোন।

মই সোঁহাতেৰে আলফুলকৈ তাইৰ মুখমণ্ডল জোকাৰি দিলোঁ। কেইমুহূৰ্তমানৰ পাছত তাই ধীৰে ধীৰে চকু মেলিলে। কিছুসময় তাই মোৰ চকুলৈ চাই থাকিল। তাইৰ ক্লান্ত, উদাস চকুহাললৈ চাই মোৰ তাইলৈ ভীষণ মৰম লাগি গ'ল।

ঃ মই ক'ত জ্যোতি?

ঃ তুমি মোৰ নিচেই কাষতে আছা, স্বাতী!

ঃ জ্যোতি— জ্যোতি সোণটো মোৰ!

ঃ হুঁ!

ঃ তুমি মোক ভাললৈ সাবটি ধৰানা!

তাই মোৰ ডিঙিত জোৰকৈ সাবটি ধৰিলে। ময়ো তাইক আগতকৈও জোৰেৰে সাবটি ধৰিলোঁ।

ঃ জ্যোতি, মোক তুমি এৰি ক'লৈকো নোযোৱাতো?

ঃ ওহোঁ! কেতিয়াও নাযাওঁ।

ঃ তুমি মোক এৰি গলে যে মই মৰি যাম, সোণ! মই শেষ হৈ যাম! — তাই মোৰ কান্ধত মূৰ পেলাই উচুপি উঠিল।

স্বাতীয়ে মোক এনেদৰে ভাল পালে কিয়? স্বাতীক মই প্ৰথম লগ পাইছোঁ যোৱা নিশাহে! তাইক মোৰ প্ৰথম দৰ্শনতে অবশ্যে ভাল লাগিছিল। তদুপৰি কথা উলিয়াবলৈ মই তাইৰ সতে যোৱা নিশা ভালপোৱাৰ অভিনয় কৰিছিলোঁ। কিন্তু মোৰ সতে ইমানলৈকে কিদৰে আগবাঢ়িব পাৰিলে তাই? তাই কিবা ষড়যন্ত্ৰ কৰিছেনেকি মোক বিপদত পেলাবলৈ? কিন্তু তাইৰ ব্যবহাৰত তেনে যেন তো লগা নাই! তদুপৰি স্বাতীক সহজলভ্যা গাভৰু যেনো নালাগে দেখোন!

মোৰ ভাবত যতি পৰিল। মই অনুভৱ কৰিলোঁ, স্বাতীৰ ওঁঠ দুপাহে সৰীসৃপৰ নিচিনাকৈ মোৰ কাণৰ ওচৰৰপৰা বাঁও গালেদি বগুৱা বাই আহি মোৰ ওঁঠ দুপাহক বন্দী কৰি মৃদু চাপ দিছে। মোৰ ভৰিৰপৰা মূৰলৈ সিৰ-সিৰাই গ'ল। মোৰ হঠাতে কি হৈ গ'ল নাজানো মই তাইক শৰীৰৰ সৰ্বশক্তিৰে সাবটি ধৰিলোঁ। মোৰ এনে লাগিল, মই যেন তাইক পিহি শেষ কৰি দিম! মই যেন তাইৰ ৰক্ত-মাংস মিহলাই পেলাম।

ঃ তোমাক মই বহুদিন আগৰেপৰা জানো। তোমাক মই দেখিছোঁ! স্বাতীয়ে কৈ গ'ল মোৰ বাঁওহাতৰ আঙুলিকেইটা পিটিকি পিটিকি। কিন্তু তুমিহে মোক চিনা নাছিলা। আৰু জনা নাছিলা মই তোমাক ভাল পোৱাৰ কথা। তোমাৰ ফটো একপিও আছে মোৰ লগত।

ঃ মোৰ ফটো? ক'ত পালা? - মই আচৰিত হৈ সুধিলোঁ। কিন্তু উত্তৰত তাই যিষাৰহে কথা ক'লে, মই চ'ক্ খাই উঠিলোঁ!

ঃ তাত মোৰ ফটো কিদৰে ওলাল? —মই সুধিলোঁ।

ঃ নাজানো। মই কোনোদিনেই সোধা নাই সেই কথা। তদুপৰি মই ফটোখন চুৰ কৰিহে আনিছিলোঁ!

ঃ তেনেহ'লে তুমি চোৰো! - মই ধেমালিৰ সুৰত ক'লোঁ।

ঃ নহয়; কিন্তু তোমাৰ বাবে মই সকলো কামেই কৰিব পাৰোঁ।

তাই মোৰ কান্ধত মূৰটো পেলাই দিলে।

ঃ বাৰু কোৱাচোন, তুমি কিয় আত্মহত্যা কৰিব খুজিছিলা? —মই আচল কথালৈ আহিলোঁ। মোৰ প্ৰশ্ন শুনি তাই হঠাতে গহীন হৈ গ'ল। তাই পোন হৈ বহিল।

ঃ জানা, মোক মানুহটোৱে কৈছিল, তোমাক হেনো হত্যা

কৰিলে। কিছুসময় পাছত তাই ক'লে।

ঃ কোন মানুহ? - মই সুধিলোঁ।

তাই অলপ সময় কিবা ভাবিলে। তাৰ পাছত কৈ গ'ল - তুমি হয়তো নাজানা যে মোৰ দেউতা এজন চোৰাং কাৰবাৰৰ এজেণ্ট। বদমাচহঁতে মোকো সিহঁতৰ দলত ল'ব খুজিছিল; কিন্তু বহুদিনলৈ পৰা নাছিল। অথচ এদিন মই বাধ্য হ'লোঁ সিহঁতৰ কথা শুনিবলৈ। সিহঁতে কেনেবাকৈ মোৰ ডায়েৰিখন চুৰ কৰিলে। ডায়েৰিখন পঢ়ি জানিলে মই তোমাক ভালপোৱাৰ কথা, তোমাক পাবলৈ মই যিকোনো কামেই কৰিবলৈ সাজু থকাৰ কথা। সিহঁতে মোক ভয় খুৱালে আজি এসপ্তাহ আগেয়ে, যদি মই সিহঁতৰ কাম নকৰোঁ, তেনেহ'লে সিহঁতে তোমাক হত্যা কৰিব। মই ভয় নাখাওঁ বুলি সন্দেহ কৰি সিহঁতে এনেদৰেও ভাবুকি দিলে, যদিহে মই সিহঁতৰ কথা নুশুনো, তেনেহলে সিহঁতে মা-দেউতা-ককাইদেউ আদিকো হত্যা কৰিব। মই বাধ্য হৈ সিহঁতৰ দলত সোমালোঁ। তাই দীৰ্ঘ-নিশ্বাস এৰিলে। কি সাংঘাতিক ব্লেকমে'লিং! – মই মনে মনে ভাবিলোঁ। তাই কৈ গ'ল -- কালি যে মই ককাইদেউ বুলি কৈছিলোঁ, সি আচলতে সিহঁতৰ মুৰব্বীহে! এবাৰ ভাবিছিলোঁ, পুলিছক খবৰ দিওঁ! কিন্তু সাহস নহ'ল, জানোচা তোমাৰ আৰু মা-দেউতাহঁতৰ কিবা অপকাৰ হয়! মই আজি তোমাৰ বাবে 'কাফে ডি মেৰিনো'ত অপেক্ষা কৰি আছিলোঁ। যতীন চৌধুৰী নামৰ সেই বদমাচ মুৰব্বী-টোৱে আহি তোমাক পিষ্টলেৰে গুলীয়াব লাগে বুলি মোক ধমক দিলে। মই অসম্ভব বুলি কওঁতে সি তোমাক আৰু মা-দেউতা-ইতক নিজেই হত্যা কৰিব বুলি কৈ গ'ল। কিন্তু আধা ঘণ্টা-মানৰ পাছত গুণ্ডা, হত্যাকাৰী, পিশাচ যতীনে আহি মোক জনালে, তোমাৰ মটৰত টাইম ব'ম্ব ৰাখি তোমাক হত্যা কৰা বুলি। তাৰ কথা শুনি মই বাউলী হৈ তাৰ লগতে ফাঁচি বজাৰৰ সেই ঠাই-ডোখৰলৈ আহিলোঁ, যি ঠাইত তোমাৰ গাড়ীখন বিস্ফোৰণত জ্বলি

গৈছিল। ঘটনাস্থলত পুলিছ আৰু বহুতো মানুহ গোট খাইছিল। তোমাৰ' গাড়ীৰ নাম্বাৰ প্লেট এখন আঁতৰত · ছিটিকি পৰিছিল। মই চিনি পাইছিলোঁ, সেয়া তোমাৰেই গাড়ী ! সেইখন গাড়ীতেই মই যোৱা নিশা গৈছিলোঁ মাহীৰ ঘৰলৈ। মৃতদেহটোৰ চিনচাবেই নাছিল। দুই-এডোখৰ মঙহহে অৱশিষ্ট বৈছিলগৈ ! মোৰ চকু-পানী বৈ আহিছিল ধাৰাসাৰে। মোৰ এনে ভাব হৈছিল, মোৰ বাবেই তুমি মৰিলা ! দলটোৰ কথা অন্ততঃ তোমাক জনোৱা হ'লেও তুমি কিবা এটা কৰি মোক উদ্ধাৰ কৰিব পাৰিলাহেঁতেন ! অলপ পিছতে গুণ্ডাটোৱে মোক মাহীৰ ঘৰত নমাই থৈ গৈছিল। মোৰ অনুশোচনা হৈছিল। কাৰণ—

তাই হঠাতে বৈ দিলে।

: কাৰণ কি ?

ঃ তুমি মোক ক্ষমা কৰিবা, মই - মই— ময়ো খুনী ! ময়েই মণিকা বাইদেউক হত্যা কৰিছোঁ স্লিপিং টেবলেট খুৱাই।

ঃ হো-ৱা-ট ! —মই উচপ খাই উঠিলোঁ তাইৰ কথা শুনি।

ঃ এৰা ! দেউতাৰ মণিকাৰ সতে অবৈধ সম্পৰ্ক আছিল। ককাইদেউৰো আছিল সেই একেই সম্পৰ্ক। মোৰ অসহ্য লাগি-ছিল এই কথা জানি। মই পাগল হৈ গৈছিলোঁ। সেয়ে মই মালিনীক ডেৰ হাজাৰ টকা দি মান্তি কৰাইছিলোঁ মণিকা নামৰ সেই কুৎসিৎ চৰিত্ৰৰ গাভৰুজনীক কফিৰ সতে অত্যধিক পৰিমাণে স্লিপিং টেবলেট খুৱাই হত্যা কৰিবলৈ। মণিকাই স্লিপিং টেব-লেট কিনাৰ কথা মই জানিছিলোঁ। মালিনীয়ে তাকেই কৰিছিল ; কিন্তু তাইৰ নিজৰ পলোৱাৰ পথো মুকলি কৰি ৰাখিছিল। মণিকাক বিচাৰি অচিনাকি ফেল্ট-হেট, কালাৰ্ড গ্লাছ পিন্ধা, ফ্ৰেঞ্চ কাট ডাঢ়ি থকা মানুহ এজন আহিছিল। সেই নিৰপৰাধী ব্যক্তিজনৰ সতে পান কৰা কফিৰ পিয়লাত মালিনীয়ে প্ৰয়োজনতকৈও অধিক স্লিপিং টেবলেট গুড়ি কৰি দিছিল। অকল এইবাবেই মণিকা নিহত হোৱা

নাই । মই তাইক সন্দেহ কৰিছিলোঁ মোৰ জীৱনটো বিষময় কৰি দিয়ে বুলি, মোক মোৰ নায্য প্ৰাপ্যৰপৰা বঞ্চিত কৰে বুলি। অবশ্যে সেয়া বোধকৰোঁ মোৰ ভুল ধাৰণা আছিল তাইৰ প্ৰতি ! কিন্তু সেই মুহূৰ্তত মই ঈৰ্ষাৰ জুইত জ্বলি-পুৰি মৰিছিলোঁ । এই দুয়োটা কথা ভাবিয়েই মোৰ অনুশোচনা হৈছিল । কথাবোৰ ভাবি ভাবি মই পাগল হৈ গৈছিলোঁ । এটা সময়ত মই মোৰ অজ্ঞাতসাৰে মাহীৰ ছোৱালীজনীৰ কাষৰপৰা উঠি আহিছিলোঁ । মোক কিবা এক অদৃশ্য শক্তিয়ে টানি আনিছিল পানীত জঁপিয়াই পৰি আত্মহত্যা কৰিবলৈ । কিন্তু কোন মুহূৰ্তত মই তোমাৰ গাড়ীৰ আগত পৰিলোঁ নাজানো । যেতিয়া জানিলোঁ, তেতিয়া দেখিলোঁ, মই তোমাৰ দুবাহুৰ মাজত ! তোমাক দেখি মোৰ আচৰিত লাগিছিল । মোৰ বিশ্বাস কৰিবলৈকে টান লাগিছিল তুমি এতিয়াও জীয়াই আছা বুলি। কিন্তু ঈশ্বৰক ধন্যবাদ সেয়া যে সঁচাকৈয়ে তুমিয়েই আছিলা !

তাই গহীন হৈ গ'ল । তাইৰ দুগালেদি দুধাৰ অশ্ৰুকণা বৈ গ'ল।

ঃ তোমাৰ গাত দোষ নাই, স্বাতী ! তোমাৰ ঠাইত মই হোৱা হলেও ময়ো তুমি কৰাৰ দৰেই কৰিলোঁহেঁতেন ! তুমি পাহৰি যোৱা সেইবোৰ । সেইবোৰ কাকোৱেই নক'বা ; মালিনীও আৰু এতিয়া নাই ; ময়ো নকওঁ কাকো । কাৰণ ময়ো যে তোমাক ভাল পাওঁ । - মই তাইক কাষলৈ চপাই আনিলোঁ । তাই আকৌ উচুপি উঠিল ।

ঃ তুমি যতীনহঁতৰ আড্ডাটো ক'ত আছে জানানে ? - মই কিছুসময়ৰ পাছত সুধিলোঁ ।

ঃ জানো । মই পৰহি গৈছিলোঁ তালৈ । কালাপাহাৰৰ ছাই-কেল ফেক্টৰিৰ কাষতে । তাই ক'লে।

ঃ ব'লা যাওঁ তালৈ।

ঃ তুমি অকলে ? নালাগে যাব তুমি, জ্যোতি ! তুমি তাতকৈ পুলিছত খবৰ দিয়া । - তাই মোৰ হাত দুখন খামুচি ধৰিলে।

ঃ তুমি ভয় নকৰিবা। সিহঁতৰ মতে মই মৃত। কালি ভাড়া কৰি অনা টেক্সিখন মোৰ গাড়ী বুলি টাইম ব'ম্ব দি ধ্বংস কৰিছে। লগতে বেচেৰা ড্ৰাইভাৰটোও মৰিল। সেয়ে ব'লা যাওঁ, পুলিছে নিশ্চয় এতিয়া মানে সেই আড্ডা ঘেৰাও কৰিছে।

ঃ মোৰ ভয় লাগিছে জ্যোতি!

ঃ ভয়?

ঃ .........

ঃ হেই, পঢ়ে-লিখে আদমী হো কৰ্ ভি চৰকাৰী ৰাস্তে মে মহব্বৎ কৰ্‌তা হায়! বেচৰম কাঁহাকা। চলোঁ থানামে।

হঠাতে পেট্ৰ'লিঙত অহা ডুটা চিপাহীৰ এটাই গালি পাৰি উঠিল। স্বাতীয়ে লৰালৰিকৈ মোৰ বুকুৰ মাজৰপৰা ওলাই গৈ বাঁওহাতৰ পিঠিৰে ওঁঠহাল মচি পোন হৈ বহিল। ময়ো 'খুদা হাফিজ চিপাহীজী, ফিৰ মিলেংগে' বুলি তাক উপলুঙা কৰি অলপ আগেয়ে ষ্টাৰ্ট দি থোৱা গাড়ীখন জোৰেৰে চলাই দিলোঁ। লগে লগে চিপাহীটোৱে হুইচেল বজাই দিলে। ৰিয়েৰভিউ মিৰ'ৰত দেখিলোঁ, আনটো চিপাহীয়ে গাড়ীৰ নম্বৰটো টৰ্চৰ পোহৰত নোট-বুকত টুকি লৈছে। মোৰ ওঁঠৰ ওপৰেদি এটি বিদ্ৰূপৰ হাঁহি খেলি গ'ল।

কিমান সময়ৰ পাছত মই জ্ঞান পালোঁ নাজানো। লাহে লাহে চকুহাল মেলিয়েই মই আচৰিত হৈ গ'লোঁ— এটা বন্ধ পকী ঘৰৰ মজিয়াত মই পৰি আছোঁ। কোঠাটোৰ এফালৰ বেৰ এখনত এটা হাই পাৱাৰৰ বাল্ব জ্বলি আছে। মই মনত পেলাবলৈ চেষ্টা কৰিলোঁ— মই ক'লৈ আহিছিলোঁ, কিয় আহিছিলোঁ, কিহৰ বাবে মই অজ্ঞান হৈ পৰিলোঁ! লাহে লাহে মোৰ কথাবোৰ এটা এটাকৈ মনত পৰি গ'ল। মই স্বাতীৰ সতে কালাপাহাৰৰ ছাইকেল

ফেক্টৰিৰপৰা কিছু আঁতৰৰ নির্জন ঘৰ এটালৈ আহিছিলোঁ। । ঘৰ-সোমোৱাৰ পথত এটা এটাকৈ দুটা দস্যুক ঘাইল কৰি বাৰান্দাত উঠাৰ সময়ত মোৰ মূৰত গধুৰ কিবা এটা পৰা যেন লাগিছিল। লগে লগে মই মাটিত লুটি খাই পৰি জ্ঞান হেৰুৱাইছিলোঁ। ।

কিন্তু স্বাতীৰ কি হ'ল ? তাই কিবা বিপদত পৰিলনেকি ? মই উঠি বহিলোঁ। । মূৰটো গধুৰ গধুৰ লগা সত্ত্বেও মই থিয় হৈ কোঠাটোৰ দুৱাৰ ক'ত আছে পৰীক্ষা কৰিলোঁ। । হঠাতে বেৰৰ সতে চিনিব নোৱৰাকৈ মিলি থকা দুৱাৰখন মই আবিষ্কাৰ কৰিলোঁ। । দুৱাৰখন খুলিবলৈ চেষ্টা কৰোঁতেই দুৱাৰৰ সিপাৰে কেবাযোৰো জোতাৰ শব্দ শুনিলোঁ। । লগে লগে মই আগৰ ঠাইতে অচেতনৰ ভাও জুৰি পৰি থাকিলোঁ। ।

দুৱাৰখন খোলাৰ পাছত এজন এজনকৈ চাৰিজন মানুহ সোমোৱা কথাটো মই অনুমান কৰিলোঁ। । লগে লগে কোনোবা এজনে লৰমাৰি আহি নিচেই কাষতে বহি মোৰ মূৰটো কোলাত লৈ উচুপি উঠিল । মই বাঁও চকুটো অলপকৈ মেলি চাই দেখিলোঁ।— স্বাতী !

ঃ মিছ বেনার্জি, এই পুলিছৰ কুকুৰটো আমাৰ শত্রু। গতিকে ইয়াক শেষ কৰিব লাগিব। —কোনোবা এটাই ক'লে। স্বাতীয়ে মোক সাবটি ধৰি কান্দি দিলে ।

ঃ তুমি আঁতৰ হোৱা মিছ বেনার্জি, মই গুলিয়াও তাক।

ঃ নহয় নহয়, আপুনি এৰি দিয়ক এওঁক। মই শুনিম সকলো কথা। যি কয় তাকেই কৰিম। স্বাতীয়ে মোক তাইৰ গাৰে ঢাকিবলৈ বৃথা চেষ্টা কৰি মিনতিভৰা স্বৰেৰে ক'লে ।

ঃ বৰ ভাল কথা। কিন্তু ইয়াক এনেয়ে এৰি দিয়া নহ'ব। ই ধুবুৰীত আমাৰ এজেন্ট এটাক হত্যা কৰিছে। ইয়াৰ বাবেই কালি মোৰ আন এটা মানুহ মৰিল ৰূপনগৰত। বুইছা মিছ বেনার্জি, আমাৰ বিজিনেছত প্রেম-প্রীতি, দয়া-মায়া আদি অনুভূতিবোৰৰ মূল্য

নাই। বিজিনেছতকৈ প্ৰেম ডাঙৰ নহয়। তদুপৰি তোমাৰ-মোৰ, আমাৰ দলৰ মংগলৰ বাবে এই পুলিছৰ কুকুৰটোক অজ্ঞান হোৱাৰ ভাও এৰা ছেণ্ট্ৰেল ইণ্টেলিজেঞ্চৰ ধুৰন্ধৰ ইন্সপেক্টৰ মিঃ এছ. কে. সুৰেন্দাৰ!

মই চকু মেলি কেৰাকৈ যতীন চৌধুৰী নামৰ বদমাচটোক চাওঁতে সি দেখা পাই মোলৈ পিষ্টল টোঁৱাই ক'লে। মই বুজিলোঁ, আৰু অভিনয় কৰি লাভ নাই! সেয়ে মই স্বাতীৰ বাহু বন্ধনৰপৰা নিজকে মুক্ত কৰি থিয় হৈ গোটেই কিজনলৈকে চালোঁ। যতীন চৌধুৰী, ডঃ নয়নকুমাৰ বৰা, মণিকাৰ ড্ৰাইভাৰ চিকন্দৰ মিৰ্জা, স্বাতী! স্বাতীয়ে মোলৈ কিছুসময় অবাক হৈ চালে।

ঃ তুমি তুমি, ইন্সপেক্টৰ! —তাই বিস্ময়াভিভূত কণ্ঠেৰে সুধিলে। উত্তৰত মই মূৰ দুপিয়াই হাঁহিলোঁ।

ঃ ইন্সপেক্টৰ সুৰেন্দাৰ! – যতীনে কঠুৱা স্বৰেৰে কৈ গ'ল · তুমি অনা-অসমীয়া হৈও বেচ সুন্দৰ অসমীয়া শিকিছা। তাৰ বাবে তুমি নিশ্চয় ধন্যবাদৰ পাত্ৰ। কিন্তু তুমি যিমানেই ছদ্মবেশ ধাৰণ নকৰা কিয়, মোৰ চকুত তুমি ধূলি দিব নোৱাৰিলা। তুমি মণিকাৰ মোমায়েক হৈ এওঁ ডাক্টৰক ঠগিব পাৰা, কিন্তু মোক নোৱাৰা। গতিকে মৰিবলৈ সাজু হোৱা এতিয়া।

যতীনে মোলৈ পিষ্টল টোঁৱাই গুলিয়াবলৈ সাজু হ'ল। মই চিকন্দৰ মিৰ্জালৈ চালোঁ। কিন্তু হঠাতে স্বাতী মোৰ সন্মুখত থিয় হ'ল।

ঃ তেনেহলে তয়ো মৰ তোৰ প্ৰেমিকৰ সতে।

ঃ থিঁ-চিঁ-উঁ!

চিকন্দৰ মিৰ্জা ওৰফে ছেণ্ট্ৰেল ইণ্টেলিজেঞ্চৰ ইন্সপেক্টৰ মিঃ আদিল খানৰ হাতৰ পিষ্টলে গৰ্জি উঠিল আৰু স্বাতী আৰু মোক গুলিয়াবলৈ উদ্যত হোৱা যতীনৰ হাতৰপৰা পিষ্টলটো ছিটিকি দূৰৈত পৰিল। যতীনে এক অস্ফুট শব্দ কৰি বাঁওহাতেৰে সোঁহাতৰ গুলি লগা ঠাইডোখৰত হেঁচা মাৰি ধৰিলে।

ঃ হেণ্ডছ আপ, যতীন চৌধুৰী, এলিয়াছ এনিমি এজেন্ট, স্মাগ্‌লাৰ আখ্‌তাৰ হুছেইন এণ্ড ব্লেক মে'লাৰ, স্মাগ্‌লাৰ এণ্ড ট্ৰেইটাৰ টু দা মাদাৰলেণ্ড ডঃ নয়নকুমাৰ বৰা।

ডঃ বৰা আৰু আখতাৰ হুছেইনে মিঃ খানৰ আদেশ পালন কৰি হাত মূৰৰ ওপৰলৈ তুলিলে। মিঃ খানে ডাক্তৰৰ জেপৰপৰা পিষ্টলটো উলিয়াই মোলৈ দলিয়াই দিলে। মই পিষ্টলটো লৈ সিহঁতলৈ টোঁৱালোঁ। মিঃ খানে তেওঁৰ জেপৰপৰা ৰচি এডাল উলিয়াই দুয়োজনকে পিছফালে হাত কৰি বান্ধি পেলালে। এনেতে ৰাজীৱ আৰু এছ. আই বৰুৱা এক ডজন সশস্ত্ৰ পুলিছেৰে সৈতে আহি পালে। মই ৰাজীৱৰ সতে মিঃ খানক চিনাকি কৰি দিলোঁ।-- মিষ্টাৰ খানেও ৰাজীৱক মোৰ প্ৰকৃত পৰিচয় দিলে।

ঃ তেনেহলে তহঁতে ইমানদিনে আমাক জনোৱা নাছিলি কিয় কথাবোৰ? —ৰাজীৱে আচৰিত হৈ সুধিলে।

ঃ "সেয়া পিছত ক'ম। এতিয়া মোৰ কথা শুন।" মই ক'লোঁ। মই ৰংগনাথৰ পিছে পিছে আহি অসম সোমালোঁ। কিন্তু ধুবুৰীত ৰংগনাথনৰ হাতৰপৰা ডকুমেণ্টবোৰ ইদ্ৰিছ মিৰ্যা নামৰ এটাই ললে। ইদ্ৰিছক ধৰোঁ ধৰোঁ অৱস্থাতে মোক সিহঁতৰ দলৰ আন এজনে হত্যা কৰিবলৈকে চেষ্টা কৰিলে। মই বাধ্য হৈ তাক গুলিয়াই হত্যা কৰিলোঁ। তাৰ মৃতদেহটো মই পিতনিৰ মেটেকাৰ তললৈ নিক্ষেপ কৰিলোঁ। শত্ৰুপক্ষৰ মানুহৰ চকুত ধূলি দিবলৈকে মই মোৰ অলাগতিয়াল নোট বুক আৰু পাৰ্ছটো ওচৰতে পেলাই গুচি আহিলোঁ ইদ্ৰিছক অনুসৰণ কৰি। চাৰিদিনৰ পাছত মৃতদেহ আবিষ্কাৰ হোৱা বাবে আৰু মৃত ব্যক্তিৰ চেহেৰাৰ মোৰ সতে সাদৃশ্য থকা বাবে কেৰেঁ নাজানিলে মই নমৰা কথাষাৰ। তদুপৰি দুৰ্গন্ধ ওলোৱা আৰু পানীত পৰি বিকৃত আকাৰ লোৱা মৃতদেহটো দেখি সেয়া মই নে আন কোনোবা সেই কথা সঠিককৈ কোৱাটো সম্ভবপৰো নাছিল। যিয়েই নহওক, গুৱাহাটীত শত্ৰুৰ

আড্ডা পোৱাৰ পাছত সিহঁতৰ এই আখ্‌তাৰ আৰু ইহঁতৰ মুৰব্বীয়ে মোক চিনি পালে। সেয়ে মোক ইহঁতে হত্যা কৰিবলৈ দুবাৰো চেষ্টা কৰিলে; প্ৰথমবাৰ, কালি থানালৈ যোৱাৰ পথত আৰু দ্বিতীয়বাৰ আজি সন্ধিয়া। আজি পিছে মই মৰা বুলিয়েই ভাবিছিল ইহঁতে।

ঃ কিন্তু তই কেতিয়া ছি. আই. বিৰ এজেণ্ট হ'লি? তোৰ নামেই বা এছ. কে সুৰেন্দাৰ হ'ল কেনেকৈ? – ৰাজীৱে বিস্ময় মিহলি মাতেৰে সুধিলে।

ঃ চা ৰাজীৱ, তইতো জানই, মই অসম এৰি আজি চাৰিবছৰ আগেয়ে গুচি যোৱাৰ কথা। কিন্তু ক'লৈ গ'লোঁ সেই কথা তই নাজান হয়তো! আজি চাৰিবছৰ আগেয়ে ভাৰত চৰকাৰৰ বৃত্তি এটা পাই মই বৃটেইনলৈ গুচি গ'লোঁ। কেম্‌ব্ৰিজ বিশ্ববিদ্যালয়ত এবছৰ ক্ৰিমিন'লজি পঢ়িলোঁ। এবছৰৰ পাছত মই ভাৰতলৈ আহিলোঁ। তইতো জান, তই আৰু মই আমাৰ ঘৰৰ ওচৰত থকা ছাইনিজ ডক্টৰজনৰ তলত 'জুডু' আৰু 'বক্সিং' শিকিছিলোঁ। ইংলেণ্ডত মই আন দুবিধ ষ্টাইল শিকিলোঁ – 'কাৰাটি' আৰু 'চপি'। ভাৰত চৰকাৰে মোক ডাইৰেক্টলি ছি. আই. বিৰ এছ. আই. নিযুক্ত কৰিলে। এবছৰৰ পিছত মোৰ প্ৰমোচন হ'ল ইন্সপেক্টৰ পদলৈ। প্ৰমোচন পায়েই মই আৰু মিষ্টাৰ খান কৰাচীলৈ গ'লোঁ। মই ভালদৰে উৰ্দু ক'ব পাৰোঁ। মিঃ খানৰো মাতৃভাষা উৰ্দু। সেয়ে তাত আমি ভাৰতৰ গুপ্তচৰ হ'লোঁ। তিনি মাহমানৰ পাছত আমি দুয়োজনে আমাৰ কাম শেষ কৰি সীমান্ত পাৰ হৈ ভাৰতলৈ আহিলোঁ। এই দলটোৰ অবস্থিতিৰ বিষয়ে মই পাকিস্তানতে জানিব পাৰিছিলোঁ। সেয়ে ভাৰতলৈ আহি দলৰ বহুতকে ধৰিলোঁ; কিন্তু লিডাৰজন পলাল আমাৰ চকুত ধূলি দি। তাক নানা চেষ্টা কৰিও ধৰিব নোৱাৰিলোঁ। আৰু আজি দুবছৰ পাছত আকৌ দলৰ লিডাৰৰ সতে আমাৰ ভেটা-ভেটি হ'ল।

ঃ কোন সেইজন ? —ৰাজীৱে মাজতে সুধিলে ।

ঃ অলপ পাছতেই জানিবি।

এনেতে আন এজন এছ. আইৰ সতে চাৰিজন চিপাহী আৰু ৰাজীৱৰ পাৰ্চনেল অৰ্ডালিটো সোমাই আহিল।

ঃ সিটো আণ্ডাৰ গ্ৰাউণ্ড ছে'লৰ চোৰাং কাণি, সোণ আৰু আন আন নিষিদ্ধ সামগ্ৰীবোৰ ট্ৰাকত তোলা হৈছে ছাৰ! গুণ্ডাবোৰকো এৰেষ্ট কৰি ট্ৰাকত তুলিছোঁ। এছ. আইজনে চালাম দি ৰাজীৱক ক'লে।

ঃ তোৰ অৰ্ডালিটো কিয় আহিছে অ' ? - মই ৰাজীবক সুধিলোঁ।

ঃ ময়েই আনিলোঁ তাক লগত, আবশ্যক হ'ব পাৰে বুলি।

ঃ তাৰ হাতত কি হ'ল ? - অৰ্ডালিটোৰ হাতৰ প্লাষ্টাৰলৈ ভালকৈ নিৰীক্ষণ কৰি মই সুধিলোঁ।

ঃ আজি পুৰা পৰি হাত ভাগিছে। —ৰাজীৱৰ চুটি উত্তৰ। তাৰ কথা শুনি মই হাহি দিলোঁ। অৰ্ডালিটোৱে মোৰ মুখলৈ অঁকৰাৰ দৰে চালে।

ঃ তোমাৰ অভিনয় শেষ হ'ল মিঃ মিন্ হান্ ফু! হেণ্ডছ আপ্। - মই অৰ্ডালিটোৰ বাঁওহাতখন হঠাতে পিচমোৰা কৰি কুমত পিষ্টলৰ বেৰেল লগাই হুকুম দিলোঁ। মিঃ খানে বুজি পাই লৰালৰিকৈ পিষ্টল উলিয়াই তাৰ বুকুত হেঁচি ধৰিলে। ৰাজীৱকে আদি কৰি সকলোবোৰে বুৰ্বকৰ দৰে চাই থাকিল।

ঃ ৰাজীৱ, কি চাই আছ বুৰ্বকৰ নিচিনাকৈ, হেণ্ডকাফ্ লগা সোনকালে। ই সাংঘাতিক ক্ৰিমিনেল। —মই গৰ্জি উঠিলোঁ। মোৰ ধমক খাই সকলোবোৰ তৎপৰ হৈ পৰিল। এছ. আই বৰুৱা আৰু ৰাজীৱে পিচমোৰাকৈ ৰাজীৱৰ অৰ্ডালি ওৰফে চীনা গুপ্তচৰ মিন্ হান্ ফুৰ হাত দুখনত হাতকেৰেয়া পিন্ধালে।

ঃ কিন্তু, কিন্তু মই বুজিবলৈ টান পাইছোঁ জ্যোতি, এঁয়া কেনেকৈ

সম্ভৱ - ? —বিশ্বাস-অবিশ্বাসৰ দোমোজাত পৰি ৰাজীৱে সুধিলে।

ঃতোক মই আচৰিত বস্তু এটা দেখুৱাম, ৰাজীৱ ঃ

মিন্ হান্ ফুৰ মুখৰপৰা মই পাতল ৰবৰৰ মুখা এখন খুলি পেলালোঁ। মোৰ আৰু মিঃ খানৰ বাহিৰে সকলো আচৰিত হৈ গ'ল। মই মিঃ খানৰপৰা ছুৰীখন লৈ মিন্ হানৰ প্লাষ্টাৰ কাটি পেলালোঁ। প্লাষ্টাৰ খোলাৰ লগে লগে তাৰ ভিতৰৰপৰা মাইক্ৰ'ফিল্ম ৰ'ল এটা ওলাই পৰিল।

ঃ মিলিটেৰি ছিক্ৰেছিৰ ছবি এই ফিল্মতে আছে। —মই ৰাজীৱক ক'লোঁ। ৰাজীৱে আচৰিত হৈ গ'ল ফিল্মবোৰ চাই।

ঃ আই ছেল ছি ইউ আফ্টাৰৱাৰ্ডছ, মিঃ সুৰেন্দাৰ! —চিপাহী-চন্তৰীয়ে টানি নিয়া অবস্থাত মিন্ হানে মোক ধমক দি গ'ল। মই হাঁহিলোঁ তাৰ ভাবুকি শুনি।

মোৰ মটৰকাৰৰ ড্ৰাইভিং ছিটত মই, মোৰ কাষত স্বাতী আৰু পিছৰ ছিটত ৰাজীৱ আৰু মিঃ খান। আমাৰ পিছে পিছে পুলিছৰ ট্ৰাকখন। মিঃ খানে কৈ গ'ল কেনেকৈ তেওঁ চোৰাং কাৰবাৰৰ গোপন ঘাটি আবিষ্কাৰ কৰিলে, কিদৰে মণিকাৰ গাড়ীৰ ড্ৰাইভাৰৰ ছদ্মবেশ ধৰিলে, কিদৰে মোক তেওঁ খবৰ দিলে, কিদৰে দলৰ আনবোৰক ক্লোৰোফৰ্ম কৰি অজ্ঞান কৰিলে, এই সকলোবোৰ। তেওঁৰ কথাৰপৰা মই এটা নতুন কথা জানিলোঁ। ৰূপনগৰত হৰকিষাণ ৰাঠোৰক তেৱেঁই গুলিয়াইছিল মোক বচাবৰ বাবে। মই তেতিয়াও মিঃ খানক ছদ্মবেশৰ বাবে চিনা নাছিলোঁ।

ৰাজীৱেও কৈ গ'ল সি জনাখিনি।

মোৰপৰা ইংগিত পাই ৰাজীৱে দলে-বলে গৈ বৰপুল পালে। তাতেই সুজানা-চাৰাৰাইতক ব্লেকমেলাৰকিটাৰ সতে ধৰা পেলালে।

সিহঁতৰ গাড়ীত পুলিছে আফিং, সোণ আদি পালে। বদমাচকিটাৰপৰা সিহঁতৰ আড্ডাৰ খবৰ পাই ভৰলুমুখৰ ওচৰত ব্ৰহ্মপুত্ৰৰ বালিত লাগি থকা জাহাজ এখন ৰে'ড কৰি আৰু দুজনক গ্ৰেপ্তাৰ কৰিলে! সেই দলটোৰ 'বছ' ডঃ নয়ন বৰাক এৰেষ্ট কৰিবলৈ যাবলৈ ওলাওঁতেই ৰাজীৱৰ জিপত থকা ৱায়াৰলেছ ছে'টটোৱে ছিগনেল দিলে। এছ. আই. বৰুৱাই ৱায়াৰলেছেৰে জনালে, কোনোবা এজনে পুলিছ ক'ডত মেছেজ দি কালাপাহাৰৰ ঘাটিটো ৰে'ড কৰাৰ নিৰ্দেশ দিয়া বুলি। সেয়ে এছ. আই. এজনৰ সতে চিপাহী দুটামান দি ডাক্টৰক গ্ৰেপ্তাৰ কৰিবলৈ নিৰ্দেশ দিলে। ৰাজীৱে নিজেও থানালৈ আহি দুডজন সশস্ত্ৰ চিপাহীৰে সৈতে কালাপাহাৰ পালেগৈ। মিঃ খানে ক'লে, মেছেজটো তেৱেঁই পঠিয়াইছিল বুলি।

ঃ কিন্তু তইতো নকলি তোৰ নাম কিদৰে এছ কে. সুৰেন্দ্ৰাৰ হ'ল? —ৰাজীৱে সুধিলে ছিগাৰেট এডাল জ্বলাই।

ঃ এই বাবেই যে বহু ক্ষেত্ৰত আমাৰ প্ৰকৃত পৰিচয় ওলাই পৰিলে বহুতো অসুবিধা হয়। সেয়ে আমাৰ কেজনমানৰ প্ৰকৃত নাম ছি. আই. বিৰ ছিফ্ আৰু দুই-এজন বিশ্বাসী ব্যক্তিৰ বাহিৰে আনে নাজানে। মিঃ খানৰো আচল নাম বেলেগ। — 'মেঘদূত'ৰ ফালে মটৰ ঘূৰাই মই ক'লোঁ।

ঃ হোৱাট্ এবাউট ৰংগনাথন, মিঃ খান?

ঃ হি ইজ অলছ' এৰেষ্টেড।

# এঘাৰ

ঃ তুমি মোক পাহৰি যোৱা নয়নু, ধৰি লোৱা মই পুঁৱতি নিশাৰ দুঃস্বপ্ন। মোক তুমি এনেদৰেই থাকিবলৈ দিয়া।

ঃ সেয়া অসম্ভৱ মণি! একেবাৰেই অসম্ভৱ। মই কেনেকৈ তোমাক পাহৰিম বাৰু ? মোৰ সত্তাৰ সতে যে তোমাৰ সত্তা মিলি গৈছে।

ঃ নহয় নহয়, তুমি অবুজ নহ'বা নয়নু! তুমি উভতি যোৱাগৈ। মোৰ ওচৰলৈ আৰু নাহিবা কোনোদিনে।

ঃ ম-ণি !

ঃ মই জানো, তুমি আঘাত পাবা। তোমাৰ কষ্ট হ'ব। কিন্তু মোক ক্ষমা কৰা তুমি। মই তোমাৰ জীৱনলৈ গৈ তোমাৰ জীৱনটোকো বিষময় কৰিব নোৱাৰোঁ। তুমি সুখী হোৱা। মই যে অক্ষম নয়নু! মই অক্ষম। ভাগ্যৰ নিষ্ঠুৰ কালসৰ্পই মোক বেষ্টন কৰি পেলাইছে। মই পংগু হৈ পৰিছোঁ। আকৌ কৈছোঁ, তুমি যোৱাগৈ নয়নু! —তাই গাৰুটোত মুখ গুজি হুকহুকাই কান্দি দিলে।

ঃ মণি সোণজনী, অলপ নিজকে বুজিবলৈ চেষ্টা কৰাচোন। তুমি ইমান অবুজ হৈছা কেলেই ? তুমি মোক যাবলৈ কৈছা, কিন্তু তোমাৰ মনটোক, তোমাৰ হৃদয়খনক অস্বীকাৰ কৰিবা কেনেকৈ ? তোমাৰ অন্তৰখনক সোধাচোন ?

ঃ নাই নাই, তুমি যোৱাগৈ নয়নু !

ঃ সেয়া তুমি মিছাকৈয়ে উত্তেজিত হৈ উঠিছা। চোৱা মণি, তুমি জানো এখন সুখী ঘৰ নিবিচাৰা ? তুমি জানো কেইটি-মান সুন্দৰ সুন্দৰ সন্তানৰ 'মা' হ'বলৈ কামনা নকৰা ? তুমি জানো

এজন স্বামী নিৰিচাৰা, যিয়ে তোমাৰ সুখ-দুখ ভগাই ল'ব বিচাৰে, যি তোমাক সহৃদয়তাৰে বুজিবলৈকে বিচাৰে ?

ঃ ন' ন'। ফৰ দা হেভেনছ, প্লিজ লিভ মি এল'ন। মই বৰ বেয়া নয়নু ! মোৰ একোৱেই নাই। মোৰ সকলোবোৰ শেষ হৈ গৈছে। মোক তুমি মিছাকৈয়ে প্ৰলোভন নেদেখুৱাবা। মই পাগল হৈ যাম। মই পাগল হৈ যাম নয়নু ! তদুপৰি তুমি মোক লৈ সুখী হ'ব নোৱাৰা। কেতিয়াও নোৱাৰা।

ঃ কোনে ক'লে মই তোমাক বিয়া কৰাই অসুখী হ'ম বুলি ? তুমি বিশ্বাস কৰা মোক মণি, মই অকণো অসুখী নহওঁ। মই যে নিজকেই ভাগ্যবান বুলি ভাবিম তেতিয়া। তুমি মোৰ হোৱানা মণি !

ঃ কিন্তু—

ঃ হেল্লো জ্যোতি, কি ভাবি আছ ? —ৰাজীৱ সোমাই আহিল জোতাৰ শব্দ কৰি। মই তাৰ মাতত উচপ্ খাই উঠিলোঁ।

ঃ কি হ'ল, তই দেখোন মোৰ মুখলৈ চাই ভেবা লাগিলি ? —মই একো নামাতি তাৰ মুখলৈ চাই মৌন হৈ যোৱা বাবে সি চোফা এখনত বহি সুধিলে !

ঃ নাই অ' ! মই ভাবিছিলোঁ, বহুদিন একো লিখা নাই, সেয়ে কিবা এটা লিখিম। আৰু কিদৰে আৰম্ভ কৰিম, ইমান সময়ে তাকেই ভাবি আছিলোঁ।

ঃ তেনেহ'লে এই সময়ত আহি তোক মই ডিষ্টাৰ্ব কৰিলোঁ, নহয়নে ?

ঃ নাই নাই, মই অকণো ডিষ্টাৰ্বড ফিল কৰা নাই। আচলতে মই তোৰ উপস্থিতিকেই কামনা কৰিছিলোঁ। —তাক বাধা দি মই কৈ উঠিলোঁ। সি স্বস্তিৰ নিশ্বাস এৰি ছিগাৰেট এডাল দিলে।

ঃ পিছে তোৰ দেখা দেখিয়েই নাই দেখোন! ক'ত আছিলি ইমানদিনে? —ছিগাৰেটৰ ধোঁৱাবোৰ নাকে-মুখে উলিয়াই দি মই ৰাজীৱক সুধিলোঁ।

ঃ সেয়া বহুত কথা বুইছ! মই নাজিৰালৈ গৈছিলোঁ।

ঃ নাজিৰালৈ? কিয়?

ঃ মানে সেই মণিকা শইকীয়াৰ মাৰ্ডাৰ কেছটোৰ সংক্ৰান্তত গৈছিলোঁ অ'। তদুপৰি তয়ো দিল্লীলৈ গৈছিলি সেই সময়তে।

ঃ কিবা উলিয়াব পাৰিলিনে? —মই আগ্ৰহেৰে সুধিলোঁ।

ঃ ধূৰ! একো নাপালোঁ। —পৰম বিৰক্তিৰে কৈ উঠিল সি।

ঃ তাৰ কথাৰ সুৰত মই সশব্দে হাঁহি দিলোঁ।

ঃ তই কেতিয়া আহিলি? —চোফাত আৰামেৰে আঁউজি ভৰি দুখন দীঘলকৈ মেলি দি সি মোক সুধিলে।

ঃ ময়ো কালি সন্ধিয়াহে আহি পালোঁ। আমাৰ হে'ডকোৱা-ৰ্টাৰত মাইক্ৰ'ফিল্ম লৰ'টো জমা দি এমাহৰ ছুটীত আহিছোঁ। শেষ হ'বলৈ ধৰা ছিগাৰেটৰ টুকুৰাটো এছ্‌ট্ৰে'ত গুজি মই কলোঁ। এনেতে কাঞ্চাই দুকাপ কফি আৰু দুখন প্লেটত খোৱা বস্তু আনি আমাৰ আগত দিলে। মই ৰাজীৱক কফি পান কৰিবলৈ ইংগিত দি নিজে একাপ ল'লোঁ।

ঃ পিছে আজিতো এসপ্তাহেই পাৰ হৈ গ'ল, মণিকা শইকীয়াৰ পোষ্টমৰ্টেম ৰিপৰ্টত কি ওলাল কচোন! কফিৰ কাপত এসোহা মাৰি মই সুধিলোঁ।

ঃ পোষ্টমৰ্টেম ৰিপৰ্ট? —সি বৰ কিবা ধৰণে মোলৈ চালে। —বৰ সাংঘাতিক বুইছ! তই ঠিকেই কৈছিলি, তাইক কোনোবাই নেলু চেপি হত্যা কৰিছে; কিন্তু আচৰিত কি জান, তাইৰ ডিঙিত বা শৰীৰৰ কোনো ঠাইতেই ফিংগাৰ প্ৰিন্ট নাপালে এক্সপাৰ্টে।

ঃ সেইটোনো কি আচৰিত পালি তই? হত্যাকাৰীয়ে বোধকৰোঁ গ্লভ্‌ছ পিন্ধি হত্যা কৰিছিল তাইক! - মই বিস্কুট এখন চোবাই চোবাই ক'লোঁ।

ঃ বোধকৰোঁ তোৰ কথাই সঁচা। অ' আৰু শুন, তাইৰ বাঁউসীত ইন্‌জেক্‌চন পুছ কৰাটোৱেই হয়; কিন্তু মৰাৰ পাছতহে। বিনোদবিহাৰীয়ে স্বীকাৰ কৰিছে পিছত। সিয়েই নাইট্ৰিক এছিড ছিৰিঞ্জেৰে পুছ কৰিছিল মণিকাৰ বাঁউসীত। সি জনা নাছিল তাইৰ মৃত্যু হোৱাৰ কথা। তাই শুই থকা বুলিহে ভাবিছিল। ছিৰিঞ্জটো তাৰ অফিছৰ আইৰণ্ ছেফত পোৱা গৈছে। ছিৰিঞ্জ, নিডল, এছিডৰ বটল আৰু মণিকাৰ বাঁউসীত বিনোদবিহাৰীৰ ফিংগাৰ প্ৰিন্ট পোৱা গৈছে। তদুপৰি অট'প্সি ছাৰ্জনে আৰু এটা কথাৰ উল্লেখ কৰিছে— মণিকাৰ পাকস্থলীত স্লিপিং টেবলেটৰ ছাবষ্টেন্স পোৱা গৈছে। তাই পান কৰা কফিৰ কাপৰ অবশিষ্ট কফিতো কেমিকেল একজামিন কৰোঁতে স্লিপিং টেবলেটৰ লিকুইড অব্‌জেক্ট পোৱা গৈছে। মৰোভাৰ, মণিকা ৱাজ প্ৰেগ্‌নেন্ট এট্ দা টাইম অব্ হাৰ ডেথ।

ঃ হো-ৱা-ট? সম্মুখত সাপ দেখাৰ নিচিনাকৈ মই উচপ খাই উঠিলোঁ।

ঃ ইয়েছ, ছি ৱাজ কেৰিং এ চাইল্ড অৱ টু মান্‌থচ, হোৱাইল ছি ডাইড! তাৰ কথা শুনি মোৰ এনে লাগিল, ৰাজীৱ যেন হঠাতে নিষ্ঠুৰ হৈ গ'ল!

ঃ ছোৱালীজনীক ইমান নিষ্ঠুৰভাৱে হত্যা কৰিবলৈকে ষড়যন্ত্ৰ কৰা হৈছিল, যি কথা তই হয়তো ভাবিবই নোৱাৰিবি। ৰাজীৱে ছিগাৰেট এডাল জ্বলাই কৈ গ'ল। —এজনে তাইক শ্বাসৰোধ কৰিছিল, এজনে নাইট্ৰিক্ এছিড ইন্‌জেক্ট কৰিছিল, এজনে স্লিপিং টেবলেট খুৱাইছিল আৰু আন এজনে মাৰাত্মক ষ্ট্ৰিক্‌নিন টেবলেট খুৱাবলৈ চেষ্টা কৰিছিল!

ঃ ষ্ট্ৰিক্‌নিন টেবলেট? মই আচৰিত হৈ সুধিলোঁ।

ঃ এৰা, ষ্ট্ৰিক্‌নিন টেবলেট!

ঃ কিন্তু কোনে চেষ্টা কৰিছিল?

মালিনীৰ ঘৰৰপৰা তইঁতে যিটো স্লিপিং টেবলেটৰ বটল উদ্ধাৰ কৰিছিলি, সেইটো ছেম্পল ফাইল আছিল। তাত থকা স্লিপিং টেবলেটৰ

ভিতৰত এটা ষ্ট্ৰিক্‌নিন্‌ টেবলেটো আছিল। ডক্টৰ নয়নকুমাৰ বৰাই মণিকাৰ বাবে শ্লিপিং টেবলেট প্ৰেছক্ৰাইব কৰিছিল। তেৱেঁই আন এখন ফাৰ্মাছিৰ নামত ৰাবাৰ ষ্টাম্প বনাই এক ফাইল শ্লিপিং টেবলেট মণিকাক বিক্ৰি কৰা হৈছে বুলি নকল চহী মাৰি ষ্টাম্প মাৰিছিল। শ্লিপিং টেবলেটৰ মাজত ষ্ট্ৰিক্‌নিন্‌ টেবলেট তেৱেঁই ভৰাই দিছিল। তেওঁ জানিছিল, এদিন নহয় এদিন মণিকাই শ্লিপিং টেবলেট বুলি ষ্ট্ৰিক্‌নিন্‌ টেবলেট খাই নিজৰ মৃত্যু নিজেই মাতি আনিব। তেনে কৰিলে ডক্টৰ বৰাক কোনেও সন্দেহ কৰিব নোৱাৰিব। কিন্তু ডক্টৰ এটি সামান্য ভুলৰ বাবে ধৰা পৰিল। তেওঁ ছেম্প'ল ফাইল ইউজ কৰিব নালাগিছিল!

ঃ কিন্তু ডক্টৰৰ মটিভ কি? মই ব্যগ্ৰ হৈ সুধিলোঁ।

ডক্টৰে মণিকাক ভাল পাইছিল। মণিকাক তেওঁ বিয়াও কৰাব খুজিছিল। বিয়াৰ বাবে মণিকা আৰু ডক্টৰে ক'ৰ্টত নটিছো দিছিল। কিন্তু শেষ মুহূৰ্তত মণিকাই তেওঁৰ সতে বিয়া সোমোৱাত আপত্তি কৰিলে। তদুপৰি মণিকাই নয়ন বৰাৰ বহুতো ভিতৰুৱা কথা জানি পেলালে। প্ৰথম কাৰণ, মণিকাই প্ৰতাৰণা কৰা আৰু দ্বিতীয়তে মণিকাৰপৰা ক্ষতিগ্ৰস্ত হোৱাৰ ভয়ত ডক্টৰে মণিকাহত্যাৰ ষড়যন্ত্ৰ কৰিলে। দীঘলীয়াকৈ কেইটামান হোঁপা মাৰি ৰাজীৱে ছিগাৰেটডাল এছট্ৰেটোত পেলাই দিলে।

ঃ মণিকাই কিয় শেষ মুহূৰ্তত ডক্টৰক বিয়া কৰাবলৈকো অমান্তি হ'ল, সেই বিষয়ে ডক্টৰে কিবা কৈছে নেকি? মই ছিগাৰেট এডাল জ্বলাই সুধিলোঁ।

ঃ ওঁহো, নাই কোৱা। মানে ডক্টৰে হেনো নাজানে সেই কথা!

ঃ ওঁ! মই স্বস্তিৰ নিশ্বাস এৰিলোঁ।

ঃ বিনোদবিহাৰীয়ে কিয় হত্যা কৰিবলৈ চেষ্টা কৰিছিল শুন। মণিকাৰ সতে বিনোদবিহাৰীৰ অবৈধ সম্পৰ্ক আছিল। সেই কথা তাই খুন হোৱাৰ দিনাই মই বুজিব পাৰিছিলোঁ। বোধকৰোঁ তয়ো বুজি পাইছিলি কথাষাৰ!

সি প্ৰশ্নবোধক চাৱনিৰে মোলৈ চালে। মই লাহেকৈ মুৰ দুপিয়াই তাৰ কথাষাৰ সমৰ্থন কৰিলোঁ।

মণিকাই নেচনেল পাৰ্ ফিউমাৰি মেন্নুফেক্চাৰিং কোম্পানিত বিনোদবিহাৰীৰ ছেক্ৰেটাৰিৰ কাম কৰিছিল। তাই টকাও যথেষ্ট পাইছিল; কিন্তু তথাপি তাই ঘৰখন চলাবলৈ অসুবিধা পাইছিল; কাৰণ তাইৰ ভায়েক এটাই কলেজত পঢ়ে, আনটোৱে স্কুলত। ঘৰত থাকিবও লাগে ষ্টেণ্ডাৰ্ড বজাই। অথচ অকল তাইৰ টকাৰে নুকুলায়গৈ! কিন্তু ইতিমধ্যে এটি অঘটন ঘটি গ'ল। এৰা, অঘটনেই বুলিব লাগিব! মণিকা আছিল সাংঘাতিক ধৰণে ছেক্স এপিল থকা ছোৱালী, মানে ইংৰাজীত যাক 'হট গাৰ্ল' বুলি কয়, সেই টাইপৰ। যিকোনো পুৰুষেই তাইক দেখি ভোল গ'লহেঁতেন! ভোল গৈছিল তাইৰ সহকৰ্মীবোৰো। কিন্তু তেওঁলোকৰ কোনেও সাহ কৰি তাইৰ ওচৰ চাপিব পৰা নাছিল। তেওঁলোকৰ ব্যৰ্থতাৰ মূল-তেই আছিল মণিকাৰ আনক সহজেই বশ কৰিব পৰা শক্তিশালী ব্যক্তিত্ব। কিন্তু তথাপি এজনে মৰসাহ কৰিছিল। এৰা, মৰসাহেই বুলিব লাগিব, নহলে শেষ মুহূৰ্তত তেওঁ এনেদৰে বিপৰ্য্যস্ত নহ'ল-হেঁতেন! সেইজন আছিল স্বয়ং বিনোদবিহাৰী! তেওঁক অফিছত সকলোৱে সমীহ কৰিছিল। অথচ তেওঁৰো মুখা খুলি গৈছিল এদিন। তেওঁ হিতাহিত জ্ঞান হেৰুৱাই কোনো এক বৰ্ষণমুখৰ সন্ধিয়াত মণিকাৰ হাতত খামোচ মাৰি ধৰি বৰ লাজ লগাকৈ নিজৰ দীনতা প্ৰকাশ কৰি পেলাইছিল। এইখিনিলৈকে কৈ ৰাজীৱে আন এডাল ছিগাৰেট জ্বলাই হুহোপামান মাৰিলে। তাৰ পিছৰে-পৰা, ৰাজীৱে কৈ গ'ল— বিনোদবিহাৰীৰ লগত মণিকাৰ ঘনিষ্ঠতা বাঢ়ি গৈছিল। বিনোদবিহাৰীয়ে মণিকাক যোৰাবাটৰ ওচৰৰ সেই টিলাটোৰ ওপৰত থকা 'কা'ঞ্জি ভিলা' নামৰ ধুনীয়া বঙলাটো থাকিবলৈ দিছিল। তদুপৰি মণিকাৰ ব্যক্তিগত ব্যৱহাৰৰ বাবে এখন ফিয়েট কাৰো দিছিল। আৰু মণিকাই নিজকে লাহে লাহে এৰি

দিছিল বিনোদবিহাৰীৰ মাজত। বিনিময়ত পাইছিল তাই মুঠি মুঠি টকা, সুখ-সম্ভোগ আৰু বহুতো কিবাকিবি। কিন্তু শান্তি পাইছিল নে নাই' নাজানো। হয়তো পোৱা নাছিল! কিন্তু বিপৰ্য্যয় ঘটিল সেই মুহূৰ্ত্তত, যি মুহূৰ্ত্তত বিনোদবিহাৰীয়ে জানিব পাৰিলে মণিকা অন্তঃসত্বা হোৱাৰ কথা। মণিকা সেই ঘটনাৰ ফলত হিংস্ৰ হৈ উঠিল। তাই বিনোদবিহাৰীক ব্লেকমে'ল কৰিবলৈ ধৰিলে। অতি কম সময়ৰ ভিতৰতে অৰ্থৰ পৰিমাণ বাঢ়ি গ'ল। সেয়ে মণিকাৰ শোষণত অতিষ্ঠ হৈ বিনোদবিহাৰীয়ে তাইক হত্যা কৰাৰ পৰিকল্পনা কৰিলে। তাইক হত্যা কৰাৰ আন এটাও কাৰণ আছে অৱশ্যে। মিন্‌হানৰ নিৰ্দেশানুসৰি ৰংগনাথনে মাইক্ৰফিল্মটো আনি বিনোদবিহাৰীৰ হাতত দিলে। বিনোদবিহাৰীয়ে মণিকাক ভালকৈ থবলৈ দিলে। মণিকাই ফিল্মৰ'লটো পিছত বিনোদবিহাৰীয়ে বাৰে বাৰে ওভতাই খোজাতো নিদিলে। বিনোদবিহাৰীয়ে 'ক'জি ভিলা'ৰ চুক কোন ভালদৰে বিচাৰিলে; কিন্তু নাপালে ফিল্মৰ'লটো। ইফালে মিন্‌হানেও বিনোদবিহাৰীক ভাবুকি দিবলৈ ধৰিলে। বাধ্য হৈ বিনোদবিহাৰীয়ে মণিকাৰ বাঁউসীত নাইট্ৰিক এছিড পুছ কৰিলে। বিনাদবিহাৰীয়ে ঠিকেই প্লেন কৰিছিল; কিন্তু সি ভুল কৰিলে পুলিছলৈ মণিকা খুন হোৱা বুলি ফোন কৰি। দ্বিতীয়তে, সি ফিংগাৰ প্ৰিন্টৰ কথাটো পাহৰি গ'ল। তাৰ তৃতীয় ভুল, সি পিন্ধি যোৱা জোতাযোৰ যদিও বাহিৰত খুলি থৈ মোজা পিন্ধি খিৰিকী পাৰ হৈ মণিকাৰ কোঠাত সোমাইছিল, তথাপি সি একেযোৰ জোতাকেই পিন্ধি আমাৰ ওচৰলৈ আহিব নালাগিছিল! এইদৰেই দুৰ্বলচিত্তীয়া, ভৱিষ্যতৰ কথা ভাবিব নোৱৰা বিনোদবিহাৰীয়ে নিজে খন্দা খালত নিজেই পৰিল।

অলপ সময় কোঠাটোত নিস্তব্ধতা বিৰাজ কৰিলে।

ঃ বাৰু, মালিনীক কোনে মাৰিলে?

কিছু সময়ৰ পিছত ৰাজীৱে সুধিলে।

মালিনী আছিল নয়ন বৰাৰ দলৰ। বিনোদবিহাৰীৰ লগত

যদিও নয়ন বৰাৰ যোগাযোগ আছিল, তথাপি নয়ন বৰা বিনোদবিহাৰীৰ শত্ৰু আছিল। নয়ন বৰাই চোৰাং কাৰবাৰৰ এজেন্সি অকলেই লোৱাৰ মতলবত আছিল। সেয়ে বিনোদবিহাৰীৰ দলৰ কিবা গোপনীয় খবৰ পাব পাৰে বুলিয়েই মালিনীক অৰ্থৰ বিনিময়ত হাত কৰি লৈছিল। মালিনীয়েও নয়ন বৰাৰ বহুতো খবৰ জানিছিল মণিকাৰ নিচিনাকৈ। বৰং মণিকাতকৈও কিছু বেছিহে জানিছিল। সেয়ে মালিনীক গ্ৰেপ্তাৰ কৰা দেখি নয়ন বৰাই তাইক তেওঁৰ দলৰ মানুহ লগাই হত্যা কৰাইছিল; কাৰণ মালিনীয়ে তেওঁৰ গোপনীয় খবৰবোৰ পুলিছক দিয়ে বুলি ডক্টৰ বৰাই আশংকা কৰিছিল।

ঃ ডক্টৰ নয়ন বৰাৰ ৰুমালখন কোনে পেলাইছিল?

ঃ বিনোদবিহাৰীৰ দলৰ লোকে। কাৰণ সিহঁতে ভাবিছিল, ৰুমালখন পালে নয়ন বৰাক পুলিছে গ্ৰেপ্তাৰ কৰিব আৰু তেনেকৈয়ে সিহঁতৰ শত্ৰু নিপাত হ'ব। অ' আৰু এটা কথা, বিনোদবিহাৰীক এৰেষ্ট নকৰা হ'লে মিন্‌হানৰ দলৰ লোকে তাক হত্যা কৰিলেহেঁতেন, কাৰণ ৰূপনগৰৰ ঘাটিৰ লোকক মিন্‌হানৰ এছিষ্টেন্ট আখ্‌তাৰ হুচেইনে উৰ্দ্দুতে মণিকা আৰু বিনোদবিহাৰীক হত্যা কৰিবলৈ নিৰ্দেশ দি থৈছিল। সিহঁতে ভাবিছিল, মণিকা আৰু বিনোদবিহাৰীয়ে অধিক অৰ্থৰ বিনিময়ত মাইক্ৰ'ফিল্ম আন ৰাষ্ট্ৰৰ এজেন্টৰ ওচৰত বিক্ৰি কৰিব। মণিকাৰ কোঠাত মিন্‌হানেই সোমাইছিল মাইক্ৰ'ফিল্ম বিচাৰি। শেষৰবাৰ যেনিবা মণিকাই লুকুৱাই থোৱা মাইক্ৰ'ফিল্মটো টেবুল লাইটৰ মিক্সি বাল্বৰ ভিতৰত বিচাৰি পালে!

ঃ কিন্তু তই কেনেকৈ জানিলি তাত থকাৰ কথা? কাৰণ, তয়োতো বিচাৰি গৈছিলি সেই একেই ঠাইতে। —সি মোৰ মুখলৈ চাই সুধিলে।

ঃ মই! থক দে সেই কথা। সেয়া আমাৰ বিজিনেছ ছিক্ৰেছি। লিক আউট কৰিব নাপায়। —মই হাঁহি ক'লোঁ।

সিও হাঁহিলে সৰুকৈ।

ঃ বাৰু কচোন, পালমীৰা-সুজানাহঁতৰ কি হ'ল, মানে কলেজৰ ফালৰপৰা কিবা ষ্টেপ্ লৈছেনেকি সিহঁতৰ ওপৰত? মই সুধিলোঁ—।

ঃ সিহঁতক জামিনত এৰি দিয়া হৈছে। কলেজে সিহঁতৰ ওপৰত একো ষ্টেপ লোৱা নাই।

ঃ একো ষ্টেপ লোৱা নাই কিয়? – মই আচৰিত হ'লোঁ পাল-মীৰাসুজানাহঁতৰ ওপৰত একো ষ্টেপ নোলোৱা শুনি।

এৰা, নাই লোৱা। কাৰণ সিহঁত আটাইকিজনী ছ'-কল্ড এৰিষ্ট'-ক্রেটিক ফেমিলিৰ। সিহঁতৰ ওপৰত ষ্টেপ লৈ কলেজ কর্তৃপক্ষই জুইৰ লগত খেলা কৰিবনে? পৰম বিৰক্তিৰে ৰাজীৱে ক'লে। —আমাৰ ল'ৰা-ছোৱালীয়ে তেনেদৰে মাৰ্কেটিঙলৈ যাওঁ বুলি পিক্-নিকলৈ গৈ স্কেণ্ডেলাছ কাণ্ডত লিপ্ত হোৱাহেঁতেন হোষ্টেলৰপৰাতো খেদা খালেইহেঁতেন, আনকি কোনো বিচাৰ নোহোৱাকৈ কলেজৰ-পৰাও সিহঁতক বহিষ্কাৰ কৰিলেহেঁতেন! অথচ সিহঁতৰ বেলিকা একোৱেই নহ'ল। সকলোবোৰ কথাই ঢাছ্ আপ কৰি থলে, যেন একোৱেই হোৱা নাই! মোৰ ক্ষমতা থকা হ'লে আজিকালিৰ পপ্ নে চপ্ হোৱা পালমীৰা-সুজানা-ভাৰতী-আৰতি-চাৰাৰাহঁতৰ গ্ৰুপটোক ৰাজআলিত পাব্লিক্লি হুইপ্ কৰিলোঁহেঁতেন! চালা হুইপিংটো উঠাই দিও বেয়া কৰিলে। নহ'লে মজা দেখুৱালোঁ-হেঁতেন! সি উত্তেজিত হৈ হাত দুখন মুঠি মাৰি ধৰিলে। খঙত সি ৰঙা পৰি উঠিল। তাৰ কথা শুনি মোৰ হাঁহি উঠি গ'ল।

ঃ সেইবাবেইতো তোক সেই ক্ষমতা দিয়া হোৱা নাই। তোক তেনে ক্ষমতা দিলে যে কোনোবা মিঃ বৰুৱাৰ সতে মিছেছ আহমেদে ক্লাবত ব'লডেন্স দিব নোৱাৰিব, মিছেছ ফুকনে মদৰ বাগীত মিষ্টাৰ বৰুৰ আশ্ৰয় ল'ব নোৱাৰিব বা মিছ্ ৰহমানে বয়ফ্ৰেণ্ড মিষ্টাৰ খাৰঘৰীয়াৰ সতে প্লিজাৰ ট্ৰিপলৈ গৈ একেখন বিছনাতে নিশা কটাব নোৱাৰিব!

ঃ এৰা, অ', তোৰ কথাই ঠিক! মই ওপৰলৈ এৰি দিয়া ছিগাৰেটৰ ধোঁৱাৰ কুণ্ডলীলৈ চাই চাই ৰাজীৱে হতাশাৰ সুৰত ক'লে!

## বাৰ

বাহিৰত ধাৰাসাৰে বৰষুণ পৰিছে। লগে লগে চকু চাং মাৰি যোৱা বিজুলী মাৰিছে। কাণ তাল মাৰি যোৱাকৈ ঢেৰেকনি মাৰিছে। বৰষুণৰ ডাঙৰ ডাঙৰ টোপাল টিনৰ চালত পৰি টুং-টাং শব্দ হৈছে। মাজে মাজে পোহনীয়া ক'লা মেকুৰীজনীয়ে মেঔঁ মেঔঁকৈ চিঞৰিছে। তাইৰ চকুত বিজুলীৰ চমকনি পৰি মণি-দুটা হিংস্ৰ শ্বাপদৰ নিচিনাকৈ জ্বলি উঠি এক ভয়াবহ পৰিবেশৰ সৃষ্টি কৰিছে।

ঃ তোমাক মোৰ শেষ কৰি দিবৰ মন যায়, মণি!

ঃ সঁচায়ে?

ঃ এৰা!

ঃ তেনেহলে দিয়ানা মোক নেলু চেপি। মই তোমাৰ হাতত মৰিব পাৰিলে সুখী হ'ম, নয়নু! ঈশ্বৰৰ শপত, মই সুখী হ'ম। —তাইৰ চকুৰ মণি দুটা চিক্‌মিকাই উঠিল।

ঃ সঁচায়ে কৈছা?

ঃ কেলেই, তোমাৰ জানো বিশ্বাস হোৱা নাই অকণো?

ঃ ওঁহো!

ঃ এয়া চোৱা, তোমাৰ গা চুই কৈছোঁ। মই সঁচায়ে সুখী হ'ম। মোৰ আত্মাই শান্তি পাব। মই পৰকালত তোমাৰ বাবে বৈ থাকিম!

ঃ তুমি কিবা ৰোমাণ্টিক ছবিৰ নায়িকাই কোৱা দিছা কথা-ষাৰ, মণি! জানি-শুনি কোনেনো নিজৰ মৃত্যু কামনা কৰে?

ঃ নহয় নহয়, তুমি মোক ভুল বুজিবা, নয়নু ! তুমি মোক মৰম কৰা। মই জানো, তুমি মোৰ বাবে সকলো ত্যাগ স্বীকাৰ কৰিব পাৰা, যিহেতু তুমি মোক ভীষণ ভাল পোৱা। সেয়েহে তোমাৰ হাতত, তোমাৰ বক্ষৰ আশ্ৰয়ত মৰিব পাৰিলে যে মই পৃথিৱীৰ সবাতোকৈ বেছি সুখী হ'ম ! —তাইৰ চকুহাল সজল হৈ পৰিল— কিন্তু এটা কথা, চাবা যাতে তুমি ধৰা নপৰা। তুমি ধৰা পৰিলে যে মই মৰিও শান্তি নাপাম। অ', এটি সৰু অনুবোধ কৰোঁ, ৰাখিবানা ! মোকতো তুমি কোনোদিনেই চুমা খোৱা নাই, মই মৰাৰ পিছত তুমি মোৰ ওঁঠহুপাহত এটি সৰু চুমা আঁকি দিবা দেই, সোণটো মোৰ ! —কোনো এক বৈদেহী বেদনাত তাই হঠাতে উচুপি উঠিল।

ঃ ঠিক আছে তেনে, এতিয়াই দিওঁ চুমাটো তোমাক।

ঃ সঁচায়ে দিবা ? —চকুপানীয়ে তিয়াই পেলোৱা তাইৰ মুখমণ্ডলত এক অপূৰ্ব জ্যোতিয়ে দেখা দিলে।

ঃ আ-আ-স ! —কিছুসময়ৰ মৌনতাৰ পিছত গেঙনিৰ নিচিনা এটি সৰু শব্দ হ'ল। লগে লগে চৌদিশ কঁপাই ক'ৰবাত বজ্ৰপাত পৰিল।

ঃ দাই লিপ্‌ছ আৰ্ ৱাৰ্ম !

'বিস্ময়'ৰ বাবে গল্পটো এনেদৰে আৰম্ভ কৰিলে ভাল হ'ব বোধকৰোঁ ! গল্পটো কেতিয়াবাই দিব লাগিছিল। কিন্তু সময় তথা মানসিক প্ৰস্তুতিৰ অভাবতেই দিব পৰা নাই গল্পটো। তদুপৰি মই ভাল প্লটো পোৱা নাছিলোঁ ইমানদিনে। প্ৰেমৰ গল্প লিখিবলৈ দেখাৰ প্লট ওলায়। অথচ ৰহস্য গল্প লিখিবলৈ হ'লে পুলিচৰ পিছে পিছে ঘূৰিব লাগে প্লট বিচাৰি !

ঃ মণিকা শইকীয়াৰ গল্পটোকে লিখিব লাগিব সজাই-পৰাই। কিন্তু মণিকা শইকীয়াৰ প্ৰকৃত হত্যাকাৰীক জানো ৰাজীয়ে ধৰিব পাৰিব? মোৰ কিন্তু হত্যাকাৰী অতি সোনকালে ধৰা পৰিব যেন লাগিছে। কাৰণ, যিমানেই চালাক নহওক, প্ৰায়বোৰ হত্যাকাৰীয়েই সুস্থ মগজুৰে প্লেন কৰাৰ পিছতো ভুল কৰি প্ৰমাণ এৰি যায়। মণিকাৰ হত্যাকাৰীয়েও ভুল কৰি প্ৰমাণ এৰা নাইতো!

মণিকা এক তন্বী, সুন্দৰী গাভৰু। এটি সুন্দৰ প্ৰেমৰ কবিতাৰ নিচিনা মণিকা নামৰ গাভৰুজনীক তাইৰ হত্যাকাৰীৰ নিষ্ঠুৰ পাশৱিকতাই শেষ কৰি দিলে। এজনী নিঃসহায় গাভৰুৱে অতি মৰ্মন্তুদভাৱে আততায়ীৰ হাতত প্ৰাণ দিলে। এটি যৌবনৰ অতি কৰুণভাৱে পৰিসমাপ্তি ঘটিল।

এক অদ্ভুত বেদনাই মোৰ মনৰ মাজত দোলা দি উঠিল মণিকাৰ কথা ভবাৰ লগে লগে। মোৰ বুকুখন হঠাতে গধুৰ হৈ পৰিল। মোৰ এনে লাগিল, নিঃসীম বেদনাত, অপৰিসীম ব্যথাত মোৰ হৃদয়ে যেন মোচৰ মাৰি উঠিছে।

মোৰ নাকেদি এটি দীঘ নিশ্বাস সৰি পৰিল।

ঃ জ্যো-তি! কৰ্ক খুলি কক্‌টেল গ্লাছত হুইস্কি ঢালিব ওলাওঁতেই পিছফালৰপৰা স্বাতীয়ে হঠাতে আহি মোৰ হাতৰপৰা 'ব্লেক-ডগ'ৰ বটলটো কাঢ়ি লৈ গ'ল।

ঃ তুমি এইবোৰ কি কৰিব খুজিছা, জ্যোতি? বটলটো কাষৰ সৰু টিপয়খনত থৈ স্বাতীয়ে কঁপা কঁপা মাতেৰে সুধিলে। মই উত্তৰ নিদি তাইলৈ ঘূৰি চালোঁ। স্নান কৰাৰ পিছত প্ৰসাধন শেষ কৰি অহা স্বাতীৰ মসৃন কপালখন বিস্ময়ত থুপ খাই গৈছে। তাইৰ বহল বহল চকুহাল ডাঙৰ হৈ গৈছে। তাইৰ শৰীৰৰপৰা উটি অহা পাউডাৰ আৰু এছেন্সৰ এক মিশ্ৰিত মৃদু-মধুৰ নিৰ্য্যাসে মোৰ মন আচ্ছন্ন কৰি পেলালে। তাইৰ শৰীৰৰ সুঘ্ৰাণে মোৰ মন উন্মনা কৰি তুলিলে।

ঃ কোৱা জ্যোতি, তুমি কিয়, কিয় এই বেয়া বস্তুবোৰ খাবলৈ লৈছা ?' স্বাতীয়ে মোৰ সম্মুখতে মজিয়াত আঁঠু কাঢ়ি বহি লৈ মাছুহুটাত ধৰি মোক জোকাৰি দিলে। তাইৰ জোকাৰণিত মোৰ তন্ময়তা ভাগি গ'ল। মই তাইৰ চকুলৈ চালোঁ। মোৰ চকুত তাই কি দেখিলে নাজানো, তাই এটা সময়ত মোৰ কোলাত মুখ গুজি উচুপি উঠিল।

ঃ তুমি নাখাবানা জ্যোতি সেইবোৰ ! মোৰ বৰ ভয় লাগিছে, জানা। তুমি কিয় খোৱা সেইবোৰ ? তুমি যদি আকৌ খোৱা সেইবোৰ, তেনেহলে — তেনেহলে মই মৰি যাম সোণ ! মই মৰি যাম — কান্দি কান্দি স্বাতীয়ে কৈ গ'ল। মই অসহায়ৰ নিচিনাকৈ ক্ৰন্দন-ৰতা স্বাতীৰ কান্দোনৰ তালে তালে শৰীৰৰ উঠা-নমালৈ চাই থাকিলোঁ নিৰ্বাক হৈ।

ঃ মই মদ খাব খোজা বাবে তুমি বিপদৰ গোন্ধ পাই কান্দিছা। কিন্তু সম্ভাব্য বিপদৰপৰা মোক তুমি ৰক্ষা কৰিব পাৰিবা জানো, স্বাতী ?

স্বাতীৰ চকুপানী মচি দি তাইক মোৰ কাষতে বহুৱাই মই সুধিলোঁ। মোৰ কণ্ঠস্বৰত মই নিজেই চমকি উঠিলোঁ। মোৰ — মোৰ আকৌ কি বিপদ হ'ব পাৰে ! মই যে অজেয়। মোক বিপদত পেলাবলৈ কোনেও সুবিধা নাপায়। কেতিয়াও নাপায়। ছেণ্ট্ৰেল ইন্‌টেলিজেন্সৰ আটাইতকৈ ধুৰন্ধৰ ইন্সপেক্টৰ এছ. কে. সুৰেন্দাৰ নিজেই আনৰ বাবে এক ভয়ংকৰ বিপদ। আনকহে সি বিপদত পেলাব, সি আকৌ কিয় বিপদত পৰিব ! কিন্তু······

স্বাতীয়ে অবাক হৈ কিছুসময় মোৰ মুখলৈ বোবা দৃষ্টিৰে চাই থাকিল। তাইক দেখি মোৰ এনে লাগিল, তাই হয়তো মোৰ কথা শুনা নাই ! শুনিলেও মই কি কৈছোঁ কথাষাৰ ভালকৈ বুজা নাই।

ঃ তোমাক মই কেতিয়াও বিপদত পৰিবলৈ নিদিওঁ, জ্যোতি !

কেতিয়াও নিদিওঁ। তুমি হেৰাই গ'লে মই কি লৈ জীয়াই থাকিম, সোণ ? কি লৈ থাকিম বাৰু মই ? —কিছুসময়ৰ পিছত স্বাতীয়ে মোৰ মূৰটো তাইৰ বুকুৰ মাজত সাবটি ধৰি আবেগমিহলি মাতেৰে কৈ উঠিল। মোৰ মূৰত তাইৰ গাল এখনেৰে হেঁচা মাৰি ধৰি ভগা ভগা মাতেৰে তাই আকৌ ক'লে— তুমি মোৰ জ্যোতি ! তোমাক মোৰ বুকুৰ মাজৰপৰা কোনেও কাঢ়ি নিব নোৱাৰে। কো-ন্-নেও নোৱাৰে নিব !

তাই আকৌ কান্দি দিলে। তাইৰ উন্নত কোমল বক্ষৰ আশ্রয়ত থাকি মোৰ এনে লাগিল – এৰা, মোক স্বাতীৰ বুকুৰ মাজৰপৰা তাইৰ দুবাহুৰ বন্ধন খুলি কোনেও নিব নোৱাৰে। কোনো বিপদেই তাইৰপৰা মোক বিচ্ছিন্ন কৰিব নোৱাৰে।

আগতকৈয়ো জোৰেৰে বৰষুণ পৰিবলৈ ধৰিলে। লগে লগে সোঁ-সোঁকৈ বতাহ বলিবলৈ ধৰিলে। মই খিৰিকীৰ আইনাৰ মাজেদি বাহিৰৰ বিজুলী-ঢেৰেকনিৰ সতে পৰা বৰষুণৰ ডাঙৰ ডাঙৰ টোপাল-বোৰ চাবলৈ ধৰিলোঁ। প্রকৃতিৰ এনে প্রচণ্ড ৰূপ দেখি মোৰ ভীষণ ভাল লাগি গ'ল। মই বাহিৰলৈ চায়েই থাকিলোঁ।

মোৰ কান্ধত হাতৰ মৃদু স্পর্শ পাই মই ঘূৰি চালোঁ। স্বাতী! মই তাইৰ চকুলৈ চাই নিঃশব্দে হাঁহিলোঁ। তায়ো এটি শব্দহীন ধুনীয়া হাঁহিৰে মোক হাত এখনত ধৰি বে'ডৰূমলৈ নি বিছনা-খনৰ ওচৰলৈ টানি লৈ গ'ল। বিছনাখনত মোক বহুৱাই দি তাই ডাইনিং ৰূমলৈ গ'ল। অলপ পিছতে তাই ট্রে এখনত দুযোৰ পিৰিচ-পিয়লা, টি-পট, চুগাৰ-পট, মিল্ক-পট আৰু কফিৰ টিনটো লৈ সোমাই আহিল।

ঃ তুমি আজি ইমানকৈ কি ভাবিছা, জ্যোতি ? —একাপ কফি মোলৈ আগবঢ়াই দি তাই সুধিলে।

ঃ ক'তা একোৱেই ভবা নাইচোন ! —মই হাঁহিবলৈ চেষ্টা কৰি ক'লোঁ।

ঃ নাই, তুমি কিবা এটা নিশ্চয় ভাবিছা। তাই আত্মপ্ৰত্যয়ৰ সুৰত ক'লে। মই একো উত্তৰ নিদিলোঁ। তায়ো একো নকৈ বিছনাত পৰি থকা ট্ৰেন্‌জিষ্টৰটোৰ চুইচটো অন্ কৰি দিলে। লগে লগে এক পাতল পছিমীয়া সংগীতৰ সুৰ ভাহি আহিল। মই কফি কাপ শেষ কৰি পিৰিচ-পিয়লাযোৰ ট্ৰেখনত থলোঁ।

ঃ কোৱানা জ্যোতি, তুমি আকৌ কি ভাবিছা ?

মই বিছনাখনত দীঘল দি চকুহাল মুদি আকৌ ভাবিবলৈকে চেষ্টা কৰা দেখি ট্ৰেন্‌জিষ্টৰটো অফ্ কৰি স্বাতীয়ে মোৰ কাষতে বিছনাখনত বহি সুধিলে। তাইৰ প্ৰশ্নত মই চকু মেলি তাইলৈ চালোঁ।

ঃ ভাবিছোঁ— কাইলৈ পুৱা যেতিয়া সকলোৱে জানিব।

ঃ কি জানিব ?

ঃ যেতিয়া জানিব, বিয়াৰ আগেয়ে জ্যোতি আৰু স্বাতী নামৰ ডেকা-গাভৰু হালে একেখন বিছনাতে আজি নিশাটো—

ঃ ইছ্ অসভ্যটো ! আমাৰ গৰজহে পৰিছে যেনিবা কাৰো-বাৰ সতে শুবলৈ !

মোৰ কথাষাৰ শেষ হ'বলৈ নিদি তাই চকুহাল ঘোপা কৰি কৈ উঠিল। লগে লগে তাই মোৰ বাঁও বাঁউসীত চিকুটি দিলে। তাইৰ কাণ্ড দেখি মোৰ হাঁহিয়েই উঠিল।

এমাহ পাছত স্বাতী মোৰ হ'ব। আজিৰ কুমাৰী স্বাতী বেনাৰ্জি এমাহ পাছত শ্ৰীমতী স্বাতী বৰুৱা হ'ব। স্বাতীৰ লখিমী হাতৰ পৰশত মোৰ ঘৰ উজলি উঠিব। তাইৰ টুকুৰা-টুকুৰ কথাৰ কাকলিয়ে মোৰ মন মুকুৰত গুঞ্জৰণ তুলিব। শৰতৰ নিয়ৰ স্নাত শেৱালীৰ পাহিৰ নিচিনা স্বাতীৰ মিঠা হাঁহিয়ে মোৰ হৃদয়-পাত্ৰ পূৰ্ণ কৰি দিব। কিন্তু— কিন্তু তথাপি যে মই অপূৰ্ণ হৈয়েই ৰ'ম ! মোৰ হৃদয়ৰ ঘাঁ ভোখৰ যে চিৰদিন কেঁচা হৈয়েই ৰ'ব। মোৰ মনৰ মণিকোঠালৈ নামি অহা বিজয়াৰ স্তব্ধতা যে কোনোদিনেই আঁতৰ নহয়। চিৰদিন

মোৰ পংগু মন স্থবিৰ হৈয়েই ৰ'ব। কাৰণ– কাৰণ মোৰ জীৱনৰ পৰা যে–

ঃ সেয়া তুমি আকৌ কিবা ভাবিবলৈ ল'লা। – স্বাতীৰ মাতত আকৌ মোৰ তন্ময়তা ভাগি গ'ল। —মই এটি গান গাওঁ– তুমি শুনা।

তাই মোৰ মুৰ-শিতানত ভালকৈ বহি ল'লে। তাৰ পাছত মোৰ মূৰটো তাইৰ কোলাত তুলি মোৰ চুলিৰ মাজত আঙুলি বুলাই তাই গাই গ'ল–

"মেঘ তুমি কাজল বৰণী
কেনি গ'ল কোৱা মোৰ নয়নৰ মণি
... ... ...
ক'ত তুমি লুকুৱালা নয়নৰ মণি
কোৱা মেঘ কাজল বৰণী ॥"

মোৰ নয়ন-মণিক শ্ৰাৱণৰ শ্যামল মেঘমালাই লুকুৱালে নেকি? ক'ত হেৰাল মোৰ অভিমানী নায়িকা? কিহৰ বাবে তেওঁ হেৰাই গ'ল হঠাতে? মোৰ কি এনে বস্তুৰ অভাৱ আছিল, যাৰ বাবে তেও মোৰপৰা আঁতৰি গ'ল? দক্ষিণফালৰপৰা সোঁ-সোঁকৈ বতাহ বলিছে। আকাশত অকাল বোধনৰ নিচিনাকৈ শৰতৰ শুকুলা ডাৱৰবোৰে শ্যামলিমা হৈ প্ৰচণ্ড গৰ্জন কৰিছে। চকু চাট্ মাৰি যোৱাকৈ বিজুলী মাৰিছে। অথচ, অথচ তেওঁ যে মোৰ কাষত নাই এই মুহূৰ্তত! ধুমুহা বৰষুণত তেওঁ এদিন চঁক্ খাই মোক সাৱট মাৰি ধৰিছিল; কিন্তু এই মুহূৰ্তত তেওঁক কোনে আশ্ৰয় দিছে? মেঘৰ এই তৰ্জন-গৰ্জন, বতাহৰ সোঁ-সোঁৱণি, বিজুলীৰ সঘন চমকনি— মোৰ প্ৰিয়াবেই অভিমানৰ চিন নেকি এয়া? কিন্তু ক'ত আছে মোৰ প্ৰিয়া? ক'ত আছে তেওঁ এই মুহূৰ্তত? তেওঁক এদিন ভুল বুজাৰ বাবে জানো মোৰ অভিমানী প্ৰিয়াই মোক ক্ষমা কৰিব পাৰিছে? ক'ত তেওঁ? তেওঁক যে মোৰ বৰ প্ৰয়োজন!

অতি প্ৰয়োজন! দখিনা বতাহেওতো মোক তেওঁৰ বাতৰি দিব পৰা নাই! তেনেহলে— তেনেহলে তেওঁ কি -

ধেৎ! মই এইবোৰ কি ভাবিছোঁ! ৰহস্য গল্প লিখিবলৈ গৈ, মণিকাক নায়িকা কৰিবলৈ গৈ মই এই বাজে কথাবোৰ কিয় ভাবিছোঁ? মই কিয় মোৰ বৈদেহী প্ৰিয়াৰ কথা ভাবি মিছাকৈয়ে দুখ পাইছোঁ? মইতো স্বাতীক ভাল পাওঁ! স্বাতীক মই এমাহ পাছত বিয়া কৰাই নিজৰ কৰি ল'ম। স্বাতী মোৰ হ'ব। তেনে ক্ষেত্ৰত মই কিয় অন্য নায়িকাৰ কথা ভাবি স্বাতীৰ প্ৰেমক অপমান কৰিম! কাল্পনিক প্ৰিয়াৰ কথা ভাবি মোৰ মনৰ শুচিতাকণ কিয় মই শেষ কৰি দিম? স্বাতীয়েইতো মোৰ প্ৰিয়া, মোৰ সোণজনী, ভাবি-পত্নী, ইহকাল-পৰকালৰ লগৰী আৰু— আৰু স্বাতী মই হুবুজা বহুতো কিবাকিবি। কিন্তু—

ঃকি হ'ল তোমাৰ আকৌ? —স্বাতীয়ে গীত গাবলৈ এৰি মোৰ মুখলৈ তাইৰ মুখখন নমাই আনি সৰু সৰু মাতেৰে সুধিলে।

ঃমোৰ এনে লাগিছে জানা স্বাতী—

"মঁ্যয় ও শ্যাম হুঁ
জো না ঢল চকে
মঁ্যয় ও শম্মা হুঁ
জো না জল চকে।
ইচ জিন্দগী কে মোৰ পে
জো খো গয়া
ও মঁ্যয় ৰাহী হুঁ!"

[যি সন্ধিয়া শেষ নহ'ল, সেই সন্ধিয়াই মই। যিগছি বন্তি কাহানিও নজ্বলিল, ময়েই সেইগছি বন্তি! এই জীৱনৰ আলি-কেঁকুৰীত হেৰাই যোৱা পথিকজনো যে ময়েই!]

অসতৰ্কভাৱে মোৰ মুখৰপৰা কবিতা ফাঁকি ওলাই গ'ল। পিছ মুহূৰ্ততে মই উচপ্ খাই উঠিলোঁ। এয়া মই কি ক'লোঁ! মইতো

এইবোৰ শুনাব নালাগিছিল! স্বাতীয়ে মোক কি বুলি ভাবিব?

: শুনা,— কিছুসময় কিবা ভবাৰ পিছত স্বাতীয়ে কৈ গ'ল— মই বেচকৈ বুজিছোঁ, তোমাৰ কিবা এটা হৈছে। তুমি কিবা কথা ভাবি দুখ পাইছা। তুমি মোক কথাবাৰ ক'বলৈ বিচৰা নাই। নালাগে বাৰু মোক ক'ব। কিন্তু তোমাৰ অবস্থাটো দেখি মই দুখ পাইছোঁ জানা। —তাই কিছুসময় মৌন হৈ ৰ'ল। তাইৰ দুগালেদি দুধাৰ চকুপানী বৈ আহিল। তাই চকুপানী দুধাৰ মচি আকৌ ক'লে— তোমাক মই সান্ত্বনা দিব নোৱাৰোঁ। কিন্তু জোশ্ মলিহাবাদীৰ কবিতা এফাঁকি গাই শুনাওঁ। শুনাচোন

"মৰ্স্ৰত্ কী তানে উড়াতা গুজৰ জা
তৰব কে তৰানে স্নাতা গুজৰ জা
বশাশত্ কে দৰিয়া বহাতা গুজৰ জা
জমানে সে গাতা-বজাতা গুজৰ জা
গুজৰ জা জমীঁ কো নচাতা গুজৰ জা।"

জোশ্ মলিহাবাদীৰ ভাষাৰে মোক স্বাতীয়ে উৎফুল্লতাৰ পতাকা উৰুৱাই, প্ৰসন্নতাৰ গীত গাই, আনন্দৰ নিজৰা বোৱাই, পৃথিৱীক নচুৱাই স্ফূৰ্তিৰে আগবাঢ়ি যাবলৈ কৈছে।

: তুমি ঠিকেই কৈছা স্বাতী! কিন্তু যেতিয়া তুমি সঁচাকৈয়ে বেদনাবোধ কৰিবা, যেতিয়া মানসিক যন্ত্ৰণা, সীমাহীন ব্যথাৰে তোমাৰ মন ভাৰাক্ৰান্ত হৈ পৰিব, তেতিয়া তুমি কিদৰে মনৰ জগতত আনন্দৰ মেলা পাতিবা? - স্বাতীৰ হাত এখন মোৰ দুয়োহাতৰ মাজত লৈ ব্যথাভৰা কণ্ঠেৰে মই সুধিলোঁ। স্বাতীয়ে অলপ সময় কিবা ভাবিলে। তাৰ পিছত তাই ক'লে-- তোমাৰ কথা মই বুজিছোঁ! সোণ! তুমি নক'লেও মই তোমাৰ হৃদয়ৰ বেদনাৰাশিৰ কথা উপলব্ধি কৰিছোঁ। কিন্তু তোমাক মই আকৌ মলিহাবাদীৰ ভাষাৰেই কওঁ— তাই সুৰ লগাই গাই গ'ল,

"এ মানা কি এ জিন্দগী পুৰ-এ-আলম্ হ্যায়
এ মানা কি এ জিন্দগী মৌজ্জে-চম্ হ্যায়
'এ মানা কি এ জিন্দগী ইক্ চিতম্ হ্যায়
এ মানা কি এ জিন্দগী গম্ হী গম্ হ্যায়
সৰ-এ-গম্ পে ঠোকৰ লগাতা গুজৰ জা।"

চোৱা জ্যোতি, জীৱনটো দুখেৰে ভৰা হ'ব পাৰে, জীৱনটো এটি গড়লৰ টো হ'ব পাৰে, নতুবা জীৱনটো এক অত্যাচাৰো হ'ব পাৰে। তুমি যিফালেই চোৱা সেই ফালেই মাথোঁ দুখ-বেদনাৰ বাদে আন একোৱেই হয়তো নেদেখিব পাৰা; কিন্তু তথাপি তুমি দুখৰ শিৰত আঘাত কৰি আগবাঢ়ি যোৱা। চৰৈৱতি! চৰৈৱতি!!

ইমান সৰু ছোৱালীজনীয়ে ইমান কথা ক'ত শিকিলে সেই কথা ভাবি মোৰ আচৰিত লাগিল। তাইৰ কথাবোৰ মোৰ কিবা উপদেশ উপদেশ লাগিল। কিন্তু তথাপি তাইৰ কথাত মোৰ মনলৈ সাহস ঘূৰি আহিল। মোৰ মনৰ মাজৰপৰা বেদনাৰ ভাৰ লাহে লাহে লাঘৱ হৈ গ'ল। স্বাতীক মোৰ সৰু ছোৱালী এজনীৰ নিচিনাকৈ মৰম কৰি দিবৰ মন গ'ল।

ঃ অ'হ্ স্বাতী মাই, ডাৰ্লিং, হাউ ছুইট ইউ আৰ্! ৰিয়েলি ইউ হেভ্ গিভেন্ মি এ নিউ লাইফ্। আই এম্ ছ' মাচ্ গ্ৰেটফুল টু ইউ! মই পাগলৰ নিচিনাকৈ তাইক জোৰেৰে সাবটি ধৰি বিছনাখনত বগৰাই লৈ তাইৰ গালে-মুখে অজস্ৰ চুমা আঁকি দিলোঁ। মোৰ হঠাৎ এনে আক্ৰমণত তাই অপ্ৰস্তুত হৈ মোক তাইৰ দুহাতৰ তলুৱাৰে বাধা দি উঠিল। মই তথাপিতো তাইক এৰি নিদিয়া বাবে তাই মোৰ দুয়ো গালতে চৰিয়াই দিলে। তাইৰ এনে অপ্ৰত্যাশিত ব্যৱহাৰত মই থতমত খাই তাইক এৰি দিলোঁ। মোৰ দুবাহুৰপৰা মুক্তি পাই তাই উঠি বহিল। ময়ো উঠি বহি তাইলৈ চালোঁ। তাই আঁঠুৰ কিছু ওপৰলৈ উঠি যোৱা শাড়ীখন ভৰিৰ পতালৈ নমাই নিলে। তাইৰ গহীন ৰূপ দেখি মোৰ নিজকে অপৰাধী

অপৰাধী লাগিল। সেয়ে মই তলমূৰ কৰি মজিয়ালৈ চাই থাকিলোঁ।

ঃ এই, বেয়া পালা?

মই একো উত্তৰ নিদি তাইলৈ চালোঁ। তাই ওঁঠ দুপাহৰ ওপৰেদি ধুনীয়া শব্দহীন হাঁহি এটি বগৰাই দিলে। মই তাইৰ চকুলৈ চাব নোৱাৰি আকৌ মজিয়ালৈ চাই পঠিয়ালোঁ।

ইচ্, ইমানেই খংনে? গুণ্ডাটো ক'ৰবাৰ! এতিয়াও সক ল'ৰা হৈয়েই আছে মুখ ওফন্দাই থাকিবলৈ! তাই মোক ডিঙিত সাৱট মাৰি ধৰি বিছনাখনত শুৱাই দি তপাতপ মোৰ গালে-ওঁঠে চুমা বহুৱাই দিলে।

ঃ মোক কিয় চৰিয়ালা তুমি? —মই অলপ আচৰিত হৈ তাইৰ ওঁঠ দুপাহৰ ওপৰত মোৰ ওঁঠ দুপাহ থৈ সুধিলোঁ।

ঃ তেনেদৰে ডকাইতি কৰে নেকি? তুমি এটা ডকাইত। ভদ্ৰমহিলাৰ সম্মান ৰক্ষা কৰিব নাজানা।

ঃ কিন্তু তুমিয়েই—

মোৰ কথা শেষেই নহ'ল। মোৰ কথা কৈ থকা ওঁঠহালক তাইৰ ওঁঠ দুপাহে বন্দী কৰি পেলালে।

ঃ বাবু, পুলিছ বাবু আয়া'! —ডাঠ পৰ্দাখনৰ সিপাৰে কাঞ্চা-টোৰ মাত শুনি মই আৰু স্বাতীয়ে ধৰমৰকৈ বিছনাখনত উঠি বহিলোঁ। আমি কাঞ্চাৰ অস্তিত্বৰ কথা প্ৰায় পাহৰিয়েই গৈছিলোঁ। আমাক তেনে অবস্থাতে কাঞ্চাই দেখিলেই নেকি জানো! ছেঃ, বৰ বেয়া কথা হ'ল!

ঃ হেল্লো ৰাজীৱ, মই জানিছিলোঁ, তই আজি নিশ্চয় আহিবি। ড্ৰইং ৰুমৰ চোফা এখনত মোৰ ফালে পিঠি দি বহি ছিগাৰেট হুপি থকা ৰাজীৱক মই নিকত্তাপ কণ্ঠেৰে ক'লোঁ।

ঃ জ্যোতি, মই সপোনতো ভবা নাছিলোঁ এনে হ'ব বুলি। কিয় এনে হ'ল জ্যোতি? মই ৰাজীবৰ সন্মুখৰ চোকা এখনত বহাৰ লগে লগে সি দুখেৰে সুধিলে।

ঃ মহাকাল ৰাজীব, মহাকাল! তই নিয়তি বিশ্বাস কৰ, নহয়নে?

ঃ এৰা কৰোঁ।

ঃ তাহানি পাইছিলোঁ স্কুলত পঢ়োঁতে, ভালকৈ মনত নাই— 'নিয়তি কেন বাধ্যতে' কথাষাৰ? এয়াও সেয়ে।

ঃ বৰ দুখ লগা কথা জ্যোতি! মই নাজিৰালৈ গৈ একোৱেই পোৱা নাছিলোঁ, কেৱল এটা বস্তুৰ বাহিৰে। বস্তুটো হ'ল, এটা মৰম লগা নাম— 'নয়নু', যিটো মণিকাৰ পুৰণি ডায়েৰিবোৰৰ প্ৰায় প্ৰতিখিলা পাততেই আছিল! মই ভাবিছিলোঁ, এয়া কোন নয়নু? অথচ মই তাৰ একো শুংসূত্ৰই উলিয়াব নোৱাৰিলোঁ। উলিওৱাৰ ভিতৰত ইমানেই জানিলোঁ যে মণিকাই নয়নু নামৰ কোনোবা এজনক ভাল পাইছিল; নয়নুৱেও মণিকাক ভাল পাইছিল। কিন্তু মস্কিল হ'ল, নয়নু কোন, ক'ত থাকে, কি কৰে, মণিকাকেই বা তেওঁ কিদৰে লগ পালে-- সেই কথা মণিকাৰ ঘৰৰ কোনেও ক'ব নোৱাৰিলে। মণিকাৰ ডায়েৰিতো সেই কথাৰ উল্লেখ নাছিল। মণিকাৰ কলেজত পঢ়া ভায়েকটোৱে ইমানকে ক'লে যে ডাক্টৰ নয়নকুমাৰ বৰাই হয়তো 'নয়নু', কাৰণ ডাক্টৰে মণিকাক আগৰেপৰা মৰম কৰিছিল। কিন্তু ডাক্টৰেই নয়নু বুলি মণিকাৰ ভায়েকে কোনো নিশ্চয়তা দিব নোৱাৰিলে। তদুপৰি মোৰ আন এক অসুবিধা হ'ল, মণিকাৰ দিনপঞ্জীত উল্লেখ থকামতে নয়নুৰ এখন চিঠিও মই উদ্ধাৰ কৰিব নোৱাৰিলোঁ। অথচ মই এক্সিডেণ্টলি মোৰ পথৰ সন্ধান পাই গ'লোঁ নগাঁৱত। নাজিৰাৰপৰা গুৱাহাটীৰ পথত মই নগাঁৱত থকা মোৰ পুৰণি বন্ধু এজনৰ ষ্টুডিঅ'লৈ গ'লোঁ

তেওঁক এনেয়ে দেখা কৰাৰ উদ্দেশ্যেৰে। তেওঁৰ ষ্টুডিঅ'ৰ শ্ব' কেছত সজাই থোৱা ফটো এখন দেখি মই উচপ্ খাই উঠিলোঁ। মোৰ চিন্তাধাৰাত আউল লাগি গ'ল। এহাল ডেকা-গাভৰুৰ ছবি! ডেকা-জন মোৰ চিনাকি আৰু গাভৰুজনী মণিকা! চাৰিবছৰৰ আগৰ ৰেজিষ্টাৰ মেলি পালোঁ ডেকাজনৰ নাম। মোৰ ভীষণ অবাক লাগিল, আমাৰ বন্ধুমহলৰ 'জুৱেল' নয়নুৰ কথা কিয় মোৰ মনলৈ নাহিল আগেয়ে! তই জান ভালকৈয়ে, নয়নুৱে মণিকাৰ মৃত্যুৰ বাতৰি পাইছিল; আনকি সি মণিকাৰ মৃতদেহো চাইছিল; কিন্তু এবাৰ-লৈও সি কোৱা নাছিল মণিকাক চিনি পায় বুলি; সি তাইক ভাল পোৱাৰ কথা প্ৰকাশ কৰাৰ কথাটোতো দূৰৈৰ! অবশ্যে সি মাজে মাজে মৃতদেহলৈ চাই অন্যমনস্ক হৈ পৰিছিল। মই তেতিয়া ভাবিছিলোঁ, সেয়াই স্বাভাৱিক বুলি! অনাত্মীয়া হলেও মণিকাৰ নিচিনা তন্বী, লাৱণ্যময়ী গাভৰু এজনীৰ অপমৃত্যুক কোনো ডেকাই স্বাভাৱিকভাৱে ল'ব নোৱাৰে; ময়ো পৰা নাছিলোঁ। অথচ ফটো-খন দেখাৰ লগে লগে নয়নুৰ ওপৰত মোৰ সন্দেহ হৈছিল। পোনতে মোৰ কষ্ট হৈছিল নয়নুৰ বিৰুদ্ধে অনুসন্ধান চলাবলৈ। কিন্তু মই পুলিছ জান! মহাত্মা গান্ধীয়ে যদিও কৈছিল, এভ্ৰি ছিন্ ইজ এ ডিজিজ এণ্ড ছুড্ বি ট্ৰিটেড্ এজ্ ছাচ্; কিন্তু তথাপি গান্ধীৰ দেশত পাপক অসুখ বুলি নধৰে, পাপ বুলিয়েই গণ্য কৰে! যিচুৰ 'পাপক ঘিণাবা, পাপীক নহয়' মহান বাণীক উপলুঙা কৰি এইখন দেশত পাপৰ ঠাইত পাপীকহে ঘিণোৱা হয়; পাপীৰ ওপৰত অনাহকতে অত্যাচাৰ কৰা হয়। পাপীক ভুল শুধৰাবলৈ সুযোগ নিদি আগতকৈ জঘন্য পাপকাৰ্য্যত লিপ্ত হ'বলৈ পৰোক্ষ-ভাৱে আগবঢ়াই দিয়া হয়। মই ভালকৈয়ে জানোঁ, নয়নুৰ বিৰুদ্ধে প্ৰমাণ সংগ্ৰহ কৰিলে, নয়নুক ফাঁচীকাঠত ওলমোৱাৰ পথটো মুকলি কৰি দিয়াহে হ'ব! নহলেও হয়তো নয়নুৰ যাৱজ্জীৱন কাৰাদণ্ড হ'ব। কিন্তু তথাপি মোৰ বিবেকে মোৰ পুলিছী কৰ্তব্য কৰি

যাবলৈ আদেশ দিলে। মই ভালকৈ বুজিলোঁ, ফলছ বিয়েৰ্ড, ফেল্ট হেট, গাম বুট আৰু কালাৰ্ড লেন্স পিন্ধি মণিকাৰ ঘৰলৈ নয়নুয়েই গৈছিল। সিয়েই কিবা কাৰণত মণিকাক হত্যা কৰিছিল। সেয়ে মই নয়নুৰ অনুপস্থিতিত তাৰ ঘৰলৈ গৈ তাৰ মটৰ গেৰেজৰপৰা মটৰ বাইকত ঘটনাৰ দিনা লগাই লোৱা ফল্ছ নাম্বাৰ প্লেটখন উদ্ধাৰ কৰিলোঁ। তাৰ ডাঙৰ ট্ৰাংকৰ তলা খুলি তাৰ ডায়েৰি, মণিকাৰ হেৰোৱা ডায়েৰি, সি তাইলৈ লিখা এজাপ চিঠি আৰু তাৰ ডায়েৰিৰ মাজত তাইৰ পোষ্টকাৰ্ড ছাইজৰ ফটো একপিও পালোঁ; কিন্তু সেইবোৰ বস্তুৱেই যথেষ্ট নহয় তাৰ অপৰাধ প্ৰমাণ কৰিবলৈ! —সি অলপ বৈ ছিগাৰেট এডাল জ্বলালে। এনেতে ট্ৰে এখনত দুপিয়লা কফি লৈ স্বাতী সোমাই আহিল। স্বাতীক মোৰ ঘৰত দেখি ৰাজীব ভীষণভাবে অবাক হৈ গ'ল।

ঃ মিছ বেনাৰ্জি, আপুনি?

ঃ এৰা!

ঃ আপুনি আজি থাকিবনেকি ইয়াতে?

ঃ ইয়াতে মানে? —স্বাতীয়ে চকুহাল ঘোপা কৰি ৰাজীবলৈ চাই সুধিলে। তাইৰ চাৱনিত ৰাজীৱে থৎমৎ খাই গ'ল।

ঃ মানে, মানে মই গুৱাহাটীত থকাৰ কথা সুধিছোঁ। —সি নিজৰ ভুল বুজিব পাৰি ক'লে।

ঃ ওঁ! — তাই কফি এপিয়লা ৰাজীবলৈ আগবঢ়াই দি কৈ উঠিল- - এৰা, থাকিম ইয়াতে, মাহীহঁতৰ ঘৰত। —কৈয়েই তাই মোৰ কাষতে বহিল। ৰাজীবে কফিৰ পিয়লাত এসোহা মাৰি আমালৈ চালে। চাই কিবা ভাবিলে। হঠাতে দায়িত্বজ্ঞানসম্পন্ন পুলিছবিষয়া ৰাজীবৰ শৰীৰত তাহানিৰ কলেজীয়া চুলুঙালি কৰি ফুৰা টটা-টিঙা ৰাজীব নামৰ ডিষ্টাৰ্বিং এলিমেণ্টটোৰ ভূতে লম্ভিলে। সি তাৰ চকু-মুখত বেলবুং হাঁহি এটা বিয়পাই চকু এটা কিছু সৰু কৰি কৈ উঠিল জ্যোতি, আজিকালি তই গালত আৰু ডিঙিত লিপষ্টিক ঘঁহা কৰিছনেকি?

লগে লগে ৰাজীবে তাৰ ৰুমালখনেৰে মোৰ বাঁওগালখন মচি দেখুৱালে। তাৰ এনে আচৰণত মই স্তম্ভিত হৈ গ'লোঁ। স্বাতীয়ে লাজতে উঠি ভিতৰলৈ লৰ মাৰিলে আৰু আমাক তেনে অপ্ৰস্তুত অৱস্থাত পেলাই ৰাজীবে তাৰ নিজস্বভংগীত হো-হোৱাই হাঁহি দিলে।

ঃ ধেৎ, তই তেনেদৰে আমাক অপ্ৰস্তুত কৰিব নালাগিছিল ৰাজীব! স্বাতীয়ে ভীষণ লাজ পাইছে। কিছুসময়ৰ নীৰৱতাৰ পাছত মই অনুচ্চ কণ্ঠেৰে ক'লোঁ। সি একো উত্তৰ নিদি নিঃশব্দে হাঁহিলে।

কিছুসময় শব্দহীনভাবে কাটি গ'ল।

এটা সময়ত ৰাজীবে কাষৰ টিপয়খনৰ ব্লেকডগৰ বটল আৰু ককটে'ল গ্লাছটো ওচৰ চপাই ল'লে। সি নিজেই উঠি গৈ কাষৰ আলমাৰি খুলি আন এটা হাফ-পেগগ্লাছ উলিয়াই আনি দুয়োটা গিলাছতে হুইস্কি ঢালি এটা মোলৈ আগবঢ়াই দিলে।

ঃ ছিয়েৰআপ মাই ফ্ৰেণ্ড! ইট, ড্ৰিংক এণ্ড বি মেৰি!

গিলাছটো মই ল'ব নোখোজা বাবে সি কৈ উঠিল। মোৰ এবাৰ স্বাতীৰ মুখখনলৈ মনত পৰিল। তাই মোক কিছু আগেয়ে কোৱা কথাবোৰো মনত পৰিল। কিন্তু এটা সময়ত স্বাতীৰ চিন্তা মোৰ মনৰ মাজৰপৰা জোকাৰি দি মই গিলাছটো ল'লোঁ। ৰাজীবে গিলাছৰ সতে তাৰ গিলাছটো 'টছ' কৰি ৰ-হুইস্কিৰ গিলাছত সোহা মাৰিলে। ময়ো মোৰ গিলাছটো ওঁঠলৈ নিলোঁ।

ঃ এটা সময়ত মোৰ শ্ৰম সাৰ্থক হ'ল। ৰাজীবে তাৰ কাহিনী আৰম্ভ কৰিলে আকৌ। সিদিনা পোষ্টমৰ্টেম ৰিপোৰ্টৰ বিষয়ে কোৱাৰ সময়ত এটা কথা মই কোৱা নাছিলোঁ তোক ; ফৰেন্সিকে ৰিপোৰ্ট দিছিল, টবেক' পাইপ, কফিৰ পিয়লা আৰু মৃতা মণিকাৰ ওঁঠত লাগি শুকাই থকা লেলাৰতি একেজন মানুহৰে। সেয়ে মই নয়নুৰ অজ্ঞাতে তাৰ আধাপোৰা ছিগাৰেটৰ টুকুৰা এটা

সন্দেহক্রমে ফৰেন্সিক ইনষ্টিটিউটলৈ এনালাইছিছৰ বাবে পঠিয়াই দিছিলোঁ। আৰু মই যি ভাবিছিলোঁ। ফলাফল সেয়াই হৈছিল; আগৰ লেলাৰতিৰ গাতে নয়নুৰ লেলাৰতিৰ অদ্ভুত সাদৃশ্য আছে। ইফালে নয়নুৰ ডায়েৰি পঢ়ি মই জানিছিলোঁ, মণিকাক সিয়েই ষ্ট্রেংগুলেট্ কৰিছে। আৰু এক প্রমাণ মই পাইছিলোঁ। মণিকাই ছবি আঁকিছিল। ফটো এখনৰপৰা অয়েল পেইণ্টেৰে নয়নুৰ পোট্ৰেইট্ এখন আঁকিছিল তাই। সেই পোট্ৰেইটখনো ফটো বন্ধোৱা দোকানখনৰপৰা মই উদ্ধাৰ কৰিছোঁ। সেইখনৰ কথা অবশ্যে নয়নুৰে নাজানে। কিন্তু মই আন এটা কথাতহে আচৰিত হৈছোঁ; যিখন ফটো চাই নয়নুৰ পোৰ্ট্ৰেইট্ বনোৱাৰ কথা মণিকাই ডায়েৰিত লিপিবদ্ধ কৰিছিল, সেই ফটোখন ক'লৈ গ'ল! সেইখন মণিকাৰ ঘৰতো নাই, নয়নুৰ বাকচতো নাই। অবশ্যে নয়নুৰে ঘটনাৰ দিনা ব্যৱহাৰ কৰা নকল ডাঢ়ি-গোঁফ, ফেল্ট হেট, গামবুট আৰু ৰে'ণ কোটটোও মই পোৱা নাই। কিন্তু জ্যোতি, মই এটা কথা ভাবি পোৱা নাই, নয়নুৰে এনে এটি জঘন্য অপৰাধ কৰিলে?

সি প্রশ্নবোধক চাৱনিৰে মোলৈ চালে।

ঃ নয়নুৰে মণিকাক নৰকৰপৰা মুক্তি দিলে, ৰাজীব! নহলে যে তাই তিল্ তিলকৈ যন্ত্রণা ভোগ কৰিলেহেঁতেন, যি দৃশ্য হয়তো নয়নুৰে সহ্যই কৰিব নোৱাৰিলেহেঁতেন!

মোৰ নাকেদি এটি হুমুনিয়াহ সৰি পৰিল। মণিকাৰ বেদনাত মোৰ চকুৰ কোণহুটা সেমেকি উঠিল। মোৰ ভীষণ অৱসাদ অৱসাদ লাগিল। সেয়ে মই একেসোহাই হুইস্কিখিনি খাই পেলালোঁ।

ঃ মই জনাখিনি কওঁ শুন ৰাজীব; নয়নুৰে ন-নম্বৰৰ গামবুট আৰু ৰে'ণ কোটটো ইচ্ছা কৰিয়েই নগাঁৱত কিনিছিল; অথচ তাৰ জোতাৰ নম্বৰ হ'ল ছয়। কিন্তু মণিকাক হত্যা কৰি আহি সি ভৰলু নদীত পেলাই দিছিল সেইবোৰ। পেলাই দিছিল নকল ডাঢ়ি-গোঁফ, ফেল্ট হেট আৰু লাইট গ্রিণ কালাৰৰ ছান গ্লাছযোৰ।

কিন্তু ফল্‌ছ নাম্বাৰ প্লেটখন পেলাবলৈ সি পাহৰি গ'ল। সেয়ে ঘৰলৈ আহি পাছত পেলাব বুলি গেৰেজত সি নাম্বাৰ প্লেটখন খুলি থৈছিল। আৰু সেইখন সেইভাগেই থাকিল।

ঃ তই জনা গোটেইখিনি কচোন! নয়নুৰ ডায়েৰিততো সকলো-বোৰ লিখা নাই! —ৰাজীবে মোৰ শূন্য পাত্ৰটো পূৰাই দি ক'লে।

মই তালৈ চালোঁ মূৰ তুলি।

ঃ মণিকা স্কুলত পঢ়ি থকা অৱস্থাতে নয়নুৱে তাইক প্ৰথম লগ পায়। তাই তেতিয়া নাইনত পঢ়িছিল আৰু নয়নু তেতিয়া তৃতীয় বাৰ্ষিকৰ ছাত্ৰ। সেই কথা তই নিশ্চয় জান! —মই এঢোক হুইস্কি খাই ৰাজীবক কলোঁ।

ঃ এৰা, নয়নুৰ ডায়েৰিত পাইছোঁ কথাবোৰ! - সি মূৰ দুপি-য়াই ক'লে।

ঃ তাইক দেউতাকে স্থানীয় স্কুল এখনৰ হোষ্টেলত ৰাখি পঢ়ু-ৱাইছিল। সেই সময়ত সিহঁতৰ আৰ্থিক অৱস্থা বেচ স্বচ্ছল আছিল। নয়নুৰো হোষ্টেলত মোমায়েকৰ ছোৱালী এজনী আছিল। নয়নুৰ মোমায়েকৰ ছোৱালী মলি অৰ্থাৎ মেঘালীৰ সতে মণিকাৰ গভীৰ বন্ধুত্ব আছিল। নয়নুৱে প্ৰতি সপ্তাহতে সিহঁতৰ হোষ্টেললৈ গৈ মেঘালীৰ খবৰ লৈছিল; তাইক কেতিয়াবা ছিনেমা দেখুৱাবলৈ নিছিল। তাইৰ ইটো-সিটো লাগতিয়াল বস্তু কিনি দিছিল। তাইৰ বান্ধৱী মণিকাও গৈছিল সিহঁতৰ লগত প্ৰায়ে।

কিন্তু এটা সময়ত নয়নুৱে লক্ষ্য কৰিছিল, মণিক আৰু সি পৰস্পৰে পৰস্পৰৰ বন্ধুত্বো কাষ চাপি আহিছে। আৰু যিবছৰ সি ফিফ্‌থ ইয়েৰত পঢ়িবলৈ লৈছিল, সেই সময়ৰে কোনো এক কুঁৱলী সনা হৈমন্তী সন্ধিয়াত মণিকা তাৰ বাবে 'মণি' আৰু সি তাইৰ বাবে 'ককাইদেউ'ৰ ঠাইত 'নয়নু' হৈ পৰিছিল। সিহঁতৰ কথা এদিন মেঘালীয়ে সকলোবোৰ জানি পেলাইছিল। তাই অকণো আপত্তি কৰা নাছিল সিহঁতৰ সেই নতুন সম্পৰ্কটোৰ কথা জানি। বৰং

তাই ভালেই পাইছিল তাইৰ অন্তৰংগ বান্ধৱীজনী নয়নুৰ অতি আপোন হোৱা বাবে। সেয়ে তাই সিহঁতহালক জোকাইছিল, মণিকাক নয়নুৰ সন্মুখতে 'নবৌ' বুলি জোকাই সিহঁতক অপ্ৰস্তুত কৰিছিল। পিছলৈ তাই মণিকাক দেখাদেখিকৈয়ে 'নবৌ' বুলি মতা হৈছিল।

কিন্তু এদিন এই সকলোবোৰৰে অন্ত পৰিছিল। তৃতীয় বাৰ্ষিকত পঢ়ি থকা অবস্থাত এদিন সামান্য অসুখ হৈ মেঘালীৰ মৃত্যু হৈছিল। তাইৰ মৃত্যুত নয়নুৱে মনত মৰ্মান্তিক আঘাত পাইছিল। মণিকা পাগলীৰ নিচিনা হৈছিল; সি তাইক সান্ত্বনা দিবলৈ চেষ্টা কৰিছিল। তাই সদায়েই 'মোক কোনে নবৌ বুলি মাতিব, নয়নু', বুলি কৈ ফেঁকুৰি উঠিছিল।

এইখিনিলৈকে কৈ মই অলপ বৈ একে শোহাই অবশিষ্ট হুইস্কিকণ খাই পেলালোঁ। লগে লগে মোৰ বুকুখন জ্বলি যোৱা যেন লাগিল। ৰাজীৱে মোৰ শূন্য পাত্ৰটোত নতুনকৈ হুইস্কি ঢালি মোলৈ চালে।

ঃ তাৰ পিছত? সি এঢোক হুইস্কি পান কৰি সুধিলে কিছুসময়ৰ পাছ ঃ।

ঃ তাৰ পিছত! তাৰ পিছত এদিন মণিকা কলেজ এৰি গুচি গৈছিল ঘৰলৈ। তাইৰ পঢ়া-শুনাৰ তাতেই ইতি পৰিছিল।

ঃ পঢ়া-শুনাৰ ইতি পৰিছিল? কিয়? - ৰাজীৱে আচৰিত হৈ সুধিলে।

ঃ এৰা। পঢ়া-শুনাৰ ইতি পৰিছিল, কাৰণ তাইৰ দেউতাক হৃদৰোগত আক্ৰান্ত হৈ মৃত্যুমুখত পৰিছিল তাইৰ বি. এ. পৰীক্ষাৰ টেষ্টৰ আগে আগে। নয়নুও অসম এৰি গুচি গৈছিল। সি কিন্তু জনা নাছিল মণিকাৰ দুৰ্ভাগ্যৰ কথা। অথচ সি প্ৰতিদিনেই আশা কৰিছিল তাইৰপৰা চিঠি পাব বুলি। কিন্তু সি কোনো চিঠিয়েই পোৱা নাছিল তাইৰপৰা, কাৰণ সি তাইৰ ঘৰৰ ঠিকনাত

লিখা তিনিওখন চিঠি ভুল ঠিকনাৰ বাবে মণিকাই পোৱা নাছিল। সেয়ে তায়ো নয়নুলৈ তাৰ ঠিকনা নজনাৰ বাবে লিখিব পৰা নাছিল। তাৰ প্ৰতিদিনৰ নিস্ফল প্ৰতীক্ষাৰ বাবে সি দুখ পাইছিল। তাইৰ ওপৰত তাৰ অভিমান হৈছিল। মনৰ মাজত পুঞ্জীভূত বেদনা, ক্ষোভ তথা অভিমান লৈ নয়নু অসমলৈ আহিছিল সুদীৰ্ঘ চাৰিবছৰৰ পিছত। সি তাইক, তাৰ যৌৱনৰ প্ৰথম অতিথিক পাহৰিবলৈ চেষ্টা কৰিছিল। আৰু তেনে অৱস্থাতেই এদিন ছিলঙৰ পাইনউড হোটেলত সুদীৰ্ঘ চাৰিবছৰৰ পিছত নয়নুৱে মণিকাক লগ পাইছিল। তাইক দেখি সি অবাক হৈছিল। তাৰ ভীষণ ভাল লাগি গৈছিল। ভাল লাগিছিল তাইৰো। আনন্দৰ আতিশয্যত মণিকাই সিদিনা নয়নুৰ বক্ষত মুখ গুজি কান্দি দিছিল।

তাইৰপৰাই নয়নুৱে জানিছিল দেউতাকৰ আকস্মিক মৃত্যুত মণিকাহঁতৰ সংসাৰলৈ নামি অহা দুৰ্য্যোগৰ কথা। সেয়ে তাই নেচনেল পাৰ্ফিউমাৰি মেনুফেকচাৰিং কোম্পানিত বিনোদবিহাৰীৰ ছেক্ৰেটাৰিৰ কাম কৰিবলৈ বাধ্য হৈছিল। নয়নুৱে তাইক বিয়াৰ প্ৰস্তাৱ দিছিল ; কিন্তু তাই প্ৰত্যাখ্যান কৰিছিল।

ঃ প্ৰত্যাখ্যান কৰিছিল ? —ৰাজীৱ ভীষণ অবাক হৈ গ'ল।

ঃ এৰা, প্ৰত্যাখ্যান কৰিছিল। তাই কৈছিল, তাইৰ একো নাই, তাইৰ সকলোবোৰ শেষ হৈ গৈছে !

নয়নুৱে তাইক বুজাইছিল ; অথচ তাই বুজা নাছিল। তাৰ খং উঠিছিল। তাইৰ চৰিত্ৰৰ ওপৰত তাৰ সন্দেহ হৈছিল। হঠাতে তাৰ মনৰ ওপৰেদি প্ৰচণ্ড ধুমুহা বৈ গৈছিল। লগতে ঈৰ্ষাৰ জুয়ে তাক দগ্ধ কৰি পেলাইছিল। অৱশেষত সি বহুতো ভাবি-চিন্তি তাইক হত্যা কৰাৰ পৰিকল্পনা কৰিছিল। এদিন বৰ্ষণমুখৰ সন্ধিয়াত সি সেই উদ্দেশ্যেৰে ছদ্মবেশ ধৰি 'কজি ভিলা'লৈ গৈছিল। তাই তাক ছদ্মবেশ ধৰা সত্বেও চিনি পাইছিল। কিন্তু তাৰ প্ৰকৃত পৰিচয় তাই কাকোৱেই দিয়া নাছিল। নয়নুৱে সিদিনা পোনতে বুজাইছিল

আকৌ। কিন্তু তাই তাক অনুৰোধ কৰিছিল গুচি যাবলৈ। মণিকাই সিদিনা নয়নক তাইৰ সকলোবোৰ কথাই কৈছিল। তাই ইয়াকো কৈছিল যে তাই বিনোদবিহাৰীৰ ৰক্ষিতা! তাই আৰু কৈছিল, ডঃ নয়নকুমাৰ বৰাৰ সতে তাই বিবাহ পাশত আবদ্ধ হ'ব। মণিকাৰ কথা শুনি তাইৰ প্ৰতি ঘৃণাত তাৰ মন জ্বলি উঠিছিল। সি ভাবিছিল, তাইক সি হত্যা নকৰে। এক দুশ্চৰিত্ৰা নাৰীক হত্যা কৰি মুক্তি দিয়াৰ কোনো যুক্তিয়েই নাই! সেয়ে সি গুচি আহিছিল তাইৰ প্ৰতি এক বিষাক্ত মন লৈ। কিন্তু তাক লগ পোৱাৰ পিছত মণিকাৰ মনৰ পৰিবৰ্তন হৈছিল। তাই ডক্টৰ নয়নকুমাৰ বৰাক বিয়া কৰাবলৈ অমান্তি হৈছিল। অকল ইমানেই নহয়, নয়নক যদিও তাইৰ ৰাষ্ট্ৰবিৰোধী কাৰ্য্যকলাপৰ কথা কোৱা নাছিল, তথাপি তাই নয়নক লগ পোৱাৰ পিছতে বিনোদবিহাৰীক মিলিটাৰি ডকুমেন্টৰ মাইক্ৰ'ফিল্ম ৰ'লটো ওভতাই নিদি টেবুল লাইটৰ ফিউজড মিল্কি বাল্বৰ ভিতৰত লুকুৱাই থৈছিল।

মই অলপ সময় থমকি কথাবোৰ মনৰ মাজত সজাই ললোঁ। তাৰ পিছত আকৌ কৈ গ'লোঁ— নয়নে ঘৰলৈ আহি সকলোবোৰ কথা বিশ্লেষণ কৰি শেষ সিদ্ধান্তলৈ আহিছিল নয়নৰ নিচেই আপোনজন যদি শেষ হ'ব লাগে, তেনেহলে তাৰ হাততেই শেষ হোৱা উচিত! তদুপৰি তাৰ অবচেতন মনৰ মাজত অন্য এক অনুভূতি তীব্ৰ হৈ উঠিছিল। মণিকা, নয়নৰ 'মণি সোণজনী' ডাক্তৰ নয়ন বৰাৰ বিবাহিতা স্ত্ৰী হ'ব, এই কথাষাৰে তাক প্ৰচণ্ড আঘাত দিছিল। তাৰ অতি আপোন মণিজনী এক অন্য ব্যক্তিৰ একান্তই নিজৰ হৈ যাব, এই কথাষাৰ সি সহ্যই কৰিব নোৱৰা হৈ গৈছিল; কাৰণ তাৰ অজ্ঞাতে সি মণিকাক ভীষণ ভাল পাইছিল; নিজতকৈয়ো বেছি ভাল পাইছিল তাইক সি। সেয়ে মনস্থিৰ কৰি মণিকা খুন হোৱাৰ দিনাখন নয়নে 'কজি ভিলা'লৈ গৈছিল শেষ বাৰলৈ ছদ্মবেশেৰে। তাই তাক পাই আনন্দ পাইছিল। কিন্তু তাইৰ

শিশুৰ নিচিনা চপলতাই নয়নক তাৰ সিদ্ধান্তৰপৰা চ্যুত কৰিছিল। তাইক হত্যা কৰাৰ পৰিকল্পনা সি ত্যাগ কৰিছিল। সেয়ে সি তাইক আকৌ নতুনকৈ সকলোবোৰ বুজাবলৈ চেষ্টা কৰিছিল। কিন্তু তাই বুজিও যেন বুজা নাছিল।

মোৰ নাকেৰে এটি দীৰ্ঘ নিশ্বাস সৰি পৰিল। মোৰ শূন্য পাত্ৰটো ৰাজীৱে আকৌ মদেৰে পূৰ্ণ কৰি দিলে। মই একে শোহাই বহুখিনি হুইস্কি খাই পেলালোঁ।

ঃ তাৰ পিছত ? --গিলাছটো আঙুলিৰে ছুই ছুই ৰাজীৱে সুধিলে।

ঃ তাৰ পিছত ! — মই পাত্ৰটো শূন্য কৰি আকৌ পূৰ্ণ কৰিবলৈ বটলটোৰ সাঁফৰখন খুলিলোঁ।

ঃ জ্যোতি, তুমি কি কৰিছা এইবোৰ ? - গিলাছত হুইস্কি ঢালিবলৈ লওঁতেই পিছফালৰপৰা স্বাতীয়ে আহি মোৰ হাতৰপৰা বটলটো কাঢ়ি লৈ গ'ল। পিছমুহূৰ্তত্তে তাই দক্ষিণ কোণৰ বন্ধ খিৰিকীৰ কাঁচ লক্ষ্য কৰি বটলটো মাৰি পঠিয়ালে। ঝন্ ঝন্কৈ শব্দ কৰি খিৰিকীৰ কাঁচ ভাগি বাহিৰলৈ বটলটো ওলাই গ'ল। মই আৰু ৰাজীৱে থৎমং খাই স্বাতীৰ এই নতুন মূৰ্তিলৈ চালোঁ। স্বাতীয়ে ঘূৰি পোনতে ৰাজীৱলৈ তীব্ৰদৃষ্টিৰে চাই পঠিয়ালে। তাইৰ দৃষ্টিৰ তীব্ৰতা সহ্য কৰিব নোৱাৰি ৰাজীৱে তলমূৰ কৰিলে। এই বাৰ তাই মোৰ ফালে ঘূৰিল। তাইৰ বিস্ফাৰিত চকুহাল দেখি ময়ো সহ্য কৰিব নোৱাৰি অইনফালে মুখ ঘূৰালোঁ। তাই হঠাতে পাগলীৰ নিচিনাকৈ মোৰ চোলাৰ কলাৰত দুহাতেৰে ধৰি জোকাৰি দিলে। মই বাধ্য হৈ তাইৰ মুখামুখিকৈ থিয় হ'লোঁ।

ঃ তুমি — তুমি কিয় মোৰ শপত ৰাখিব নোৱাৰিলা ? মোৰ বাৰম্বাৰ অনুৰোধৰ পাছতো তুমি কিয় এই বিষবোৰ গিলিলা ? কিয়, কিয় ? নহয়, নহয়, তুমি মোকো শেষ কৰি পেলোৱা। মোকো

মাৰি পেলোৱা মোৰ শপতৰ সতে। —স্বাতীয়ে মোৰ হাতদুখন তাইৰ কোমল ধুনীয়া মাংসল ডিঙিটোত চেপা মাৰি ধৰিলে। মই কিংকৰ্তব্য বিমূঢ় হৈ গলোঁ। তাইৰ এনে আচম্বিত ব্যৱহাৰত। ৰাজীবেও বিমোৰ হৈ আমালৈ চালে।

ঃ কাপুৰুষ, মোক মাৰিবও নোৱাৰা ! মোক হেনো তুমি ভাল-পোৱা, মোক সংগলোতকৈ বেছি মৰম কৰা, মোক এমাহ পাছত বিয়াও কৰাবা ; অথচ মোৰ শপত ৰাখিবলৈও টান পোৱা। তুমি, তুমি বিশ্বাসঘাতক, তুমি চৰিত্ৰহীন, লম্পট ! তুমি- তুমি -

তাই কথাষাৰ শেষ কৰিব নোৱাৰি আগতকৈও বেছি উত্তেজিত হৈ মোৰ দুয়োগালতে চৰিয়ালে, তাইৰ বাঁওহাতৰ দীঘল তীক্ষ্ণ নখেৰে মোৰ গালত আঁচুৰিলে। যন্ত্ৰণাত মই তাইক সাবট মাৰি ধৰি চিএঞৰি উঠিলোঁ। 'চাওঁ স্বাতী, পাগ্‌লামি এৰা।' তাই কিন্তু মোৰ দুবাহুৰ মাজৰপৰা মুক্তি বিচাৰি মোৰ বুকুত ভুকুৱাই ভুকুৱাই চিঞৰি চিঞৰি ক'লে মোক নুচুবা, মোক এৰি দিয়া।

ঃ মই তোমাক ভালপাওঁ স্বাতী, তুমি ভুল নুবুজিবাচোন মোক ! - মই মৰম মিহলি মাতেৰে তাইক ক'লোঁ।। মোৰ কথা শুনি তাই থমকি মোৰ মুখলৈ চালে। পিছমুহূৰ্ত্ততে তাই ৰাজীবৰ উপস্থিতিৰ কথা পাহৰি মোৰ বুকুত মুখ গুজি হুক্‌হুকাই কান্দি দিলে এজনী সৰু ছোৱালীৰ নিচিনাকৈ।

কিছুসময়ৰ পিছত স্বাতী শান্ত হ'ল। তাই মোৰ সোঁ-গালেদি বৈ অহা তেজবোৰ তাইৰ শাড়ীৰ আঁচলেৰে মচি দিলে। মোৰ গালৰ ক্ষতস্থানত ডেটল লগাই তাৰ ওপৰত বড়িক পাউডাৰ লগাই প্লাষ্টাৰ টেপ লগাই দিলে।

ঃ আপুনি জ্যোতিক ভুল বুজিছে, মিছ্‌ বেনাৰ্জি। জ্যোতিৰ অৱস্থাত আপুনি পৰা হ'লে কিজানি আপুনিও ড্ৰিংক কৰিবলৈ বাধ্য হ'লহেঁতেন। —বহুসময়ৰ নীৰৱতাৰ পিছত ৰাজীবে স্বাতীলৈ নোচোৱাকৈয়ে ক'লে।

স্বাতীয়ে একো উত্তৰ নিদি দীৰ্ঘ নিশ্বাস এটি এৰি দিলে।

ঃ তুমি এটা কথা ভুল কৰিছিলা স্বাতী, —কিছুসময়ৰ পিছত মই স্বাতীলৈ চাই কলোঁ। —মণিকাৰ একে সময়তে তোমাৰ দেউতাৰা আৰু ককাইদেৱেৰাৰ সতে অবৈধ সম্পৰ্ক নাছিল। তোমাৰ ককাইদেৱেৰাই অবশ্যে সুযোগ ল'ব বিচাৰিছিল ; কিন্তু মণিকাইহে তেওঁক সুযোগ নিদিলে অকণো। কাৰণ, অবস্থাৰ তাড়নাত মণিকাই বেয়া পথ ললেও, আচলতে তাই বেয়া ছোৱালী নাছিল!

স্বাতীয়ে মোৰ চকুলৈ চালে করুণভাৱে ; কিন্তু একো উত্তৰ নিদিলে।

ঃ আজি আপোনালোক ক'লৈ যাব? — আমাৰ মাজৰ মৌনতা ভংগ কৰি স্বাতীয়ে ৰাজীবৰ ফালে নোচোৱাকৈয়ে সুধিলে।

ঃ আজি আমাৰ মণিকা হত্যা-ৰহস্যৰ শেষ অভিযান। মণিকাৰ নায়কক আজিয়েই আমি এৰেষ্ট কৰিম। নহয়নে জ্যোতি?

বুজিলোঁ, সিও দুখ পাইছে বন্ধুমহলৰ 'জুৱেল' নয়নুক গ্ৰেপ্তাৰ কৰিব লগা হোৱা বাবে।

ঃ এৰা! —মই উত্তৰ দি কৈ গ'লোঁ— জান ৰাজীব, আজি কেইদিনমানৰপৰা 'মাৰ্ডাৰ ফলড বাই ছুইছাইড' নামৰ কেমব্ৰিজ ইউনিভাৰ্ছিটিৰ ক্ৰিমিন'লজি ডিপাৰ্টমেণ্টে গবেষণা কৰি উলিওৱা কিতাপখনৰ এষাৰ কথাই মোৰ মনৰ মাজত হেন্দোলনি তুলিছে। কথাষাৰ হ'ল, 'প্ৰতি চাৰিজন হত্যাকাৰীৰ এজনে অনুশোচনাত আত্মহত্যা কৰে'!

ঃ জ্যো-তি!

ৰাজীব তৎক্ষণাত থিয় হ'ল।

ঃ তই ভয় খাব নালাগে, ৰাজীব! নয়নুৱে আত্মহত্যা নকৰে ; সিমান কাপুৰুষ অন্ততঃ সি নহয়। প্ৰথমতে অবশ্যে ভুল বুজিব পাৰি সিও সেই পথটোকেই বাছি ল'ব খুজিছিল।

মই ৰাজীবক আশ্বাসৰ ভংগীত হাত দাঙি কৈ উঠিলোঁ। সিও মোলৈ চাই বহি দিলে আকৌ।

ঃ তাৰ পিছত কি হ'ল ক।

আৰু কিছুসময় মৌনতাৰ মাজেদি পাৰ হৈ যোৱাৰ পিছত ৰাজীৱে পুৰণি কাহিনীৰ জেৰ টানিলে।

ঃ তাৰ পিছত!

মোৰ সম্মুখত পৰি থকা মদৰ শূন্য পাত্ৰটোলৈ মোৰ চকু গ'ল। মোৰ হৃদয়খনো হঠাতে শূন্য পাত্ৰটোৰ নিচিনাকৈ শূন্য হৈ পৰিল।

... ... .. বাহিৰত ভীষণ বৰষুণ পৰিছে। লগে লগে প্ৰচণ্ড শব্দেৰে বিজুলী-ঢেৰেকনি মাৰিব ধৰিছে। অলপ আগেয়ে মালিনীয়ে দি যোৱা গৰম কফি দুপিয়লাৰপৰা ধোঁৱা ওলাব ধৰিছে। মণিকাৰ মৰমৰ ক'লা পুছিজনীয়ে 'মিউ' 'মিউ' কৰি দুৱাৰৰ চুকত বহি চিঞৰিব ধৰিছে। মাজে মাজে তাই আহি নয়নৰ ভৰি দুখনত গাটো ঘঁহাই গৈছেহি। তাৰ বৰ অস্বস্তি লাগিছে। মণিজনীয়েও দেখোন কিবা তাৰ মুখলৈ চাই থপ লাগিল! সি তাৰ অস্বস্তিভাব আঁতৰাবলৈকে কফিৰ পিয়লাত সোহা মাৰিলে। আধামান কফি খোৱাৰ পিছত মণিয়েও হঠাতে তাইৰ কফিৰ পিয়লাটোৰপৰা দীঘলীয়াকৈ কেইটামান শোহা মাৰি কফি পিয়লা শেষ কৰি পেলালে।

ঢেৰ্! ঢেৰ্!! ঢেপাম!!!

ক'ৰবাত ভীষণ শব্দ কৰি বজ্ৰপাত পৰিল। বজ্ৰপাতৰ কাণ তাল মাৰি যোৱা শব্দত মণিকাই চক খাই নয়নক সজোৰে সাবট মাৰি ধৰিলে। বজ্ৰপাতৰ শব্দত কিয় জানো তাৰো গাটো জিকাৰ মাৰি উঠিল। বজ্ৰপাতৰ সতে বিজুলীৰ চমকনি, বৰষুণৰ ডাঙৰ ডাঙৰ টোপাল আৰু বতাহৰ সোঁ-সোঁৱনিবোৰ তাৰ কিবা অশৰীৰী প্ৰেতাত্মাৰ নিষ্ফল ক্ৰন্দন যেন লাগিল। তাৰ এনে ভাব হ'ল, মণিৰ ঘৰটো যেন আচল ঘৰ নহয়; মণিও যেন জীয়া গাভৰু নহয়, প্ৰেতাত্মাহে! কিন্তু সেই ভাব বেছি সময়লৈ তাৰ মনৰ মাজত স্থায়ী নহ'ল। তাৰ মনলৈ হৃতসাহস উভতি আহিল।

ঃ এতিয়াই দিওঁ তেনেহলে চুমাটো ! – কিছুসময়ৰ মৌনতাৰ পিছত সি কলে ।

ঃ সঁচায়ে দিবা ? – তাৰ বুকুৰ মাজৰপৰা মূৰটো দাঙি মণিকাই তাৰ মুখলৈ চালে । সি তাইৰ মুখলৈ ভালকৈ চাই দেখিলে, তাইৰ মুখমণ্ডল হঠাতে উজ্জ্বল হৈ উঠিছে । তাইৰ নয়নতৰা দুটি চিক্‌মিকাই উঠিছে । নয়নুৱে তাইৰ কথাৰ উত্তৰ নিদি লাহে লাহে তাইৰ ঈষৎ মেলখাই থকা ওঁঠ দুপাহলৈ তাৰ ওঁঠ দুপাহ নমাই নিলে । দূৰত্ব কমি যোৱাৰ লগে লগে তাইৰ চকুহাল লাহে লাহে মুদ খাই গ'ল । তাই তাৰ ডিঙিত সাবটি ধৰি তাইৰ ভৰিৰ বুঢ়া আঙুলিত ভৰ দি নয়নুৰ মুখলৈকে তাইৰ মুখখন চপাই নিলে । এটা সময়ত তাৰ ওঁঠ দুপাহ তাইৰ ওঁঠ দুপাহৰ নিচেই ওচৰ চাপিল । কিন্তু তাইৰ ওঁঠ দুপাহ ছোঁও ছোঁও হওঁতেই হঠাতে সি বৈ দিলে । তাৰ মনটো কেঁাচ খাই আহিল এষাৰ কথা ভাবি – এজনী ব্যভিচাৰিণীক সি কিয় চুমা খাব, যাৰ ওঁঠ দুপাহ আগেয়ে অইন কোনোবাই অপবিত্ৰ কৰি থৈছে ! সেই ওঁঠত নয়নুৰ ওঁঠ থৈ তাৰ অধৰযুগল সি কিয় অশুচি কৰিব ! হঠাতে এচাটি প্ৰচণ্ড ধুমুহাই তাৰ মনৰ বালিচৰ ধুঁৱলী কৰি পেলালে । তাইৰ গলধনত থকা নয়নুৰ প্ৰভঞ্জ পিন্ধা সেঁাহাতখনে অনুমান কৰিলে, মণিৰ ডিঙিটো ইমান সৰু, ইমান কোমল ! তাৰ মনৰ মাজত পিশাচ এটাই সাৰপাই উঠিল হঠাতে । তাৰ কি হৈ গ'ল সি গমকে নাপালে । এটা সময়ত সি হিতাহিত জ্ঞান হেৰুৱাই পেলালে !

আ-আ-স্ !

গেঙনিৰ নিচিনা এটি সৰু শব্দ কৰি মণি জঁয়পৰা লতা এডালৰ নিচিনাকৈ লাহে লাহে তললৈ হাউলি গ'ল । লগে লগে চৌদিশ কঁপাই ক'ৰবাত বজ্ৰপাত পৰিল ।

কিন্তু – কিন্তু নয়নুৱে এয়া কি কৰিলে ! মণিক সি কিহৰ দোষত শেষ কৰি দিলে ? এয়া তাৰ কি হৈ গ'ল ? কি হ'ল তাৰ-??

সিতো তাইক হত্যা নকৰে বুলি ভাবিছিল! তেনেক্ষেত্ৰত সি কেলেই তাইক খুন কৰিলে? তাইতো ভবা নাছিল নয়নে তাইক এনেদৰে হত্যা কৰিব পাৰে বুলি! তাই তাৰ এটি মাথোঁ সৰু চুম্বন কামনা কৰিছিল। তাই তাক চুমা খাবলৈ উদ্যত হৈছিল। অবশেষত তাইৰ চকুৰ পতা লাহে লাহে জাপখাই গৈছিল। অথচ তেনে অবস্থাতে সি তাইক হত্যা কৰিলে। মণিৰ অন্তিম কামনাও সি পূৰণ নকৰিলে।

মণি সোণজনী, মোক ক্ষমা কৰা তুমি! তোমাৰ নয়নক ক্ষমা কৰি দিয়া সোণ!

তাইৰ লাহে লাহে চেঁচা হৈ অহা শৰীৰটো আকুল আবেগেৰে সাবটি ধৰি নয়নে পাগলৰ নিচিনাকৈ বিছনাখনত শুৱাই দিলে। তাইৰ মৰম লগা নিশ্চল মুখখনলৈ সি পলকবিহীন দৃষ্টিৰে চাই থাকিল। তাৰ অন্তৰখনে হঠাতে হাহাকাৰ কৰি উঠিল। তাৰ দুচকুৰে জৰ্ জৰ্ কৰি পানী বৈ আহিল।

কিন্তু নহয়, সি যে তাইৰ শেষ ইচ্ছাটো পূৰণ কৰিবই লাগিব! তাইক অতৃপ্ত মন লৈ যাব নিদিয়ে সি! তাই তাৰপৰা মৃত্যুৰ পিছত সৰু চুমা এটি বিচাৰিছিল। সেয়ে সি আকুল আবেগেৰে তাইৰ ঈষৎ মেলখাই থকা ওঁঠ দুপাহত দীঘলীয়া চুমা এটি আঁকি দিলে। চুমাটো দিয়াৰ লগে লগে তাৰ ভাব হ'ল, মণিৰ ওঁঠ দুপাহ এতিয়াও তপত হৈয়েই আছে; জীয়া গাভৰুৰ ওঁঠৰ উত্তাপৰ নিচিনাই মণিৰ ওঁঠ দুপাহত উত্তাপ আছে!

'দাই লিপ্‌ছ আৰ্ ৱাৰ্ম!'

জুলিয়েটে সদ্যমৃত ৰোমিঅ'ৰ ওঁঠত চুম্বন কৰি কোৱা কথাষাৰলৈ তাৰ হঠাতে মনত পৰি গ'ল।

এনেতে খচ্‌মচ্ শব্দ এটা হ'ল। নয়নে মূৰ দাঙি ডাইনিং ৰুমৰ ফালে চাই দেখিলে, লৰালৰিকৈ কোনোবা আঁতৰি গৈছে। মালিনীয়েই হ'ব! তাৰমানে মালিনীয়ে ক্ৰার্ক দেখিলেনেকি

মণিক হত্যা কৰোঁতে! নাই, সি যোৱা উচিত সোনকালে। কিন্তু ৰিনোদবিহাৰীকো সি সুদাই নেৰে। নয়ন্নুৰ মণি সোণজনীৰ খুনৰ দায়ত বিনোদবিহাৰী ফাঁচীকাঠত ওলমক। সি জানে, বিনোদবিহাৰীয়ে টবেক' পাইপ ব্যবহাৰ কৰে। সেয়ে মণিকাই তাক উপহাৰ দিয়া আইভৰিৰ টবেক' পাইপটো সি পালেংখনৰ তললৈ দলিয়াই দিলে।

ঃ মালিনীয়ে সিদিনা নয়ন্‌ক আচলতে মণিকাৰ শ্বাসৰোধ কৰা অবস্থাত দেখা নাছিল; মণিকাৰ মৃতদেহটোৰ ওঁঠত চুমা খোৱাহে দেখিছিল তাই। —মই দীঘলকৈ হুমুনিয়াহ এটি কাঢ়ি মোৰ কথা শেষ কৰিলোঁ।

ঃ কিন্তু নয়ন্‌ কোন, জ্যোতি? —স্বাতীয়ে কৌতূহলেৰে মোলৈ চাই সুধিলে।

ঃ নয়ন্‌! —মই তাইৰ চকুলৈ চালোঁ। —তয়েই কালি স্বাতীক কথাষাৰ ক'বি ৰাজীৱ। —মই কিছুসময়ৰ পিছত কলোঁ। এনেতে জোতাৰ শব্দ কৰি এছ. আই. বৰুৱা সোমাই আহি ৰাজীৱক চালাম দি ক'লে — পুলিছ ভান আহি পালে ছাৰ!

ঃ তেনেহলে ব'ল নয়নজ্যোতি, যাওঁ।

ৰাজীৱে থিয় হৈ মোৰ কান্ধত হাত এখন সহানুভূতিৰে থৈ ক'লে।

ঃ ব'ল!

ময়ো থিয় হলোঁ যাবলৈ। স্বাতীও উঠিল। সকলোতকৈ আগত ৰাজীৱ, তাৰ পিছত মই, মোৰ কাষত স্বাতী আৰু আমাৰ পিছে পিছে এছ. আই. বৰুৱা বাহিৰলৈ ওলাই আহিল। ৰ.ধুণ ইতিমধ্যে এৰিছিল। পুলিছ ভানত উঠাৰ আগমুহূৰ্তত মই পিছ.ৰ ঘূৰি চালোঁ, কাকাই দুৱাৰমুখত অবাক হৈ আমালৈ চাই আছে।

গাড়ীত বহি মই ভাবিলোঁ মণিকা শইকীয়াৰ হত্যাৰ অপৰাধত নয়ন্‌ গ্ৰেপ্তাৰ হৈছে। মণি সোণজনীৰ আত্মাই কষ্ট পাইছে নেকি তাইৰ নয়ন্‌ ধৰা পৰা বাবে!